আনন্দৰাম বৰুৱা
Indian Civil Service

# ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই

সম্পাদক
**শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী**

অনুবাদক
**শ্ৰীমুকুন্দমাধৱ শৰ্ম্মা** এম. এ. কাব্যতীৰ্থ

প্ৰকাশন পৰিষদ ঃ অসম

Bhavabhuti Aru Sanskrit Sahityat Teonar Thai :

An Assamese Translation of "*Bhavabhuti and his place in Sanskrit Literature*" by Anandaram Barooa of Indian Civil Service : Translated into Assamese by Shri Mukunda Madhav Sharma and Edited by Sri Biswanarayan Shastri, M.A. ; Publication Board, Assam, Gauhati : 1962. Price Rs. 2'50 n.p.

প্ৰকাশক ঃ
শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব,
প্ৰকাশন পৰিষদ ঃ অসম ।

মুদ্ৰক ঃ
শ্ৰীকুশ দত্ত
প্ৰ'গ্ৰেচিভ্ পাব্লিচাৰ্চ
কলিকতা-১১

প্ৰথম তাঙৰণ ঃ ১৯৬২

বেচ—২'৫০ নঃ পঃ

# আগ কথা

পুণ্যশ্লোক মনীষী আনন্দৰাম বৰুৱাৰ "ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই" (Bhavabhuti and his place in Sanskrit Literature) নামৰ পুথিখনি ১৮৭৮ খৃষ্টাব্দত প্ৰকাশ হয়। তাৰ পিছত পুথিখনৰ পুনৰ্মুদ্ৰণ নোহোৱাত আনন্দৰাম বৰুৱাৰ অন্যান্য গ্ৰন্থৰ দৰেই এইখনো দুষ্প্ৰাপ্য হৈ পৰিছে।

দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্ম্মাই ইংৰাজী ভাষাৰ এই পুথিখনৰ সংক্ষিপ্ত অসমীয়া ভাঙনি এটা মিলনত প্ৰকাশ কৰে। অলপতে ৰামধেনুত সেই ভাঙনি আকৌ প্ৰকাশ হৈছে। লক্ষ্মীধৰ শৰ্ম্মাৰ সংক্ষিপ্ত ভাঙনিত গ্ৰন্থৰ প্ৰতিপাদ্য বিষয়ৰ থুলমূল কথাখিনিহে প্ৰকাশ হৈছে, অনুসন্ধিৎসু পাঠকৰ বাবে আৱশ্যকীয় শ্লোকৰ উদ্ধৃতি গ্ৰন্থৰ উল্লেখ আৰু পাদটীকাৰ আলোচনা বাদ পৰিছে। সম্প্ৰতি বৰুৱাদেৱৰ অগাধ পাণ্ডিত্য আৰু গৱেষণাৰ পৰিচয় থকা পুথিখনিৰ হুবহু অসমীয়া ভাঙনি এটি প্ৰকাশ কৰা হৈছে।

আজি প্ৰায় চাৰি কুৰি বছৰ আগেয়ে কবি ভৱভূতি সম্পৰ্কে যিমানখিনি তথ্য-পাতি ওলাইছিল, সেই সকলোখিনি বিশ্লেষণ কৰি বৰুৱাদেৱে ভৱভূতিৰ আবিৰ্ভাৱৰ সময় আৰু ৰামবিষয়ক নাট ৰচনাৰ আলোচনা আৰু সিদ্ধান্ত কৰিছে। কালক্ৰমত অনেক নতুন তথ্য-পাতি ওলোৱাত ভৱভূতিৰ বিষয়ে

পূৰ্ব্বসিদ্ধান্তৰ কিছু সাল-সলনি ঘটিছে যদিও, তাৰদ্বাৰা পুথিখনিৰ মূল্য কমা নাই। গ্ৰন্থখনিৰ বৈশিষ্ট্য প্ৰতিষ্ঠিত হৈছে বৰুৱাদেৱৰ বিৰাট পাণ্ডিত্য, গভীৰ আৰু ব্যাপক অধ্যয়ন, সূক্ষ্ম অনুসন্ধান আৰু সংস্কৃত ভাষা-সাহিত্যৰ প্ৰতি প্ৰকাশ হোৱা গভীৰ শ্ৰদ্ধা আৰু একান্ত নিষ্ঠাত; সেয়ে গ্ৰন্থখনি অমৰ কৰি ৰাখিছে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব্ব উপাচাৰ্য্য শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈদেৱে অনুগ্ৰহ কৰি এখনি বহুমূলীয়া পাতনি লিখি এই অসমীয়া সংস্কৰণৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব্ব উপাচাৰ্য্য ডঃ সূৰ্য্যকুমাৰ ভূঞাদেৱৰ আপুৰুগীয়া সংগ্ৰহৰপৰা পোৱা মূল পুথিখনৰপৰা অসমীয়া ভাঙনি কৰিছে অধ্যাপক শ্ৰীমুকুন্দমাধৱ শৰ্ম্মাই। এই-সকলৰ ওচৰত আমি কৃতজ্ঞ।

সকলোৰে সুবিধাৰ বাবে মূলত উদ্ধৃত সংস্কৃত শ্লোকসমূহৰ অসমীয়া ভাঙনি দিয়া হৈছে।

গুৱাহাটী
১ নৱেম্বৰ '৬২

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব,
প্ৰকাশন পৰিষদ

# পাতনি

আনন্দৰাম বৰুৱাৰ 'ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই' নামৰ ৰচনাখন ওলোৱা চাৰি কুৰি বছৰৰ ওপৰ হল। ইয়াৰ পাচত ভৱভূতি সম্পৰ্কে অনেক নতুন কথা পোহৰলৈ আহিছে আৰু তেওঁৰ নাটক কেইখনৰো উৎকৃষ্ট গবেষণামূলক সংস্কৰণ ওলাইছে। কিন্তু ভৱভূতিৰ বিষয়ে সৰ্ব্বপ্ৰথম পৰীক্ষামূলক নিবন্ধ হিচাবে পুণ্যশ্লোক বৰুৱাদেওৰ এই ৰচনাখনি সদায় সন্মানৰ পাত্ৰ হৈ থাকিব।

ভৱভূতিৰ বহুমুখী কবিত্বৰ বিষয়ে নানা আলোচনা হৈ আছে। যোৱা দুই তিনি বছৰৰ ভিতৰত কবিৰ বৈদিক পাণ্ডিত্য, ভৱভূতি আৰু উম্বেক একেজন মানুহ হয় নে নহয়, মহাবীৰচৰিত নাটক ভৱভূতিয়ে কিমান দূৰ অসম্পূৰ্ণ অৱস্থাত এৰিছিল ইত্যাদি অনেক লাগতিয়াল কথাৰ পুনৰ অৱতাৰণা কৰি সমীচীন আলোচনা কৰা হৈছে।

এটা উল্লেখযোগ্য কথা এই যে ভৱভূতিৰ সমসাময়িক আৰু পাৰিপাৰ্শ্বিক যুগত এটা বিস্তীৰ্ণ প্ৰাকৃত সাহিত্য আছিল। ইয়াৰ কাব্যৰীতিৰ সেই যুগৰ সংস্কৃত কাব্যৰীতিৰ লগত অন্তৰঙ্গ সমন্ধ আছিল। এই দৃষ্টিৰ পৰাও ভৱভূতিৰ ৰচনাৰীতিৰ নতুন আলোচনা আৱশ্যক হব।

ভবভূতি সম্পৰ্কে সকলো গবেষণাতে আনন্দৰাম বৰুৱাৰ প্ৰভাবশালী পথপ্ৰবৰ্ত্তক পাণ্ডিত্যই প্ৰেৰণা যোগাব। প্ৰকৃত গবেষণাৰ বিশেষত্ব এই যে সি নতুন গবেষণাৰ পথ সুগম কৰে।

১৭।৮।৬২ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

## সাঙ্কেতিক নামৰ তালিকা

অন—অনৰ্ঘ ৰাঘৱ।
আঃ—আনুমানিক।
উ—উত্তৰ চৰিত ( উত্তৰৰাম চৰিত )
প্ৰ—প্ৰসন্ন ৰাঘৱ।
বা ৰা—বালৰামায়ণ।
মা—মালতী মাধৱ।
ৰঘু—ৰঘুবংশ।
ৰা-মা—ৰামায়ণ।
ৱী—ৱীৰ চৰিত।
হি—হিতোপদেশ।

## মুখ বন্ধ

মোৰ 'ৱীৰচৰিত'ৰ মুখবন্ধত যোৱা ১৭ অক্টোবৰত ব্যক্ত কৰা মোৰ অঙ্গীকাৰ অনুসৰি মই ভৱভূতিৰ বিষয়ে এই ৰচনাখনি প্ৰকাশ কৰিছো। মোৰ ত্ৰুটীথিনি আৰু এই কামৰ অসুবিধা-থিনিৰ বিষয়ে মই সম্পূৰ্ণ সচেতন ; কিন্তু এই প্ৰকাশনৰ একমাত্ৰ যুক্তি এয়ে যে সংস্কৃত শিক্ষাৰ আন কি বৰ্ত্তমান অৱস্থাতো এজন ডাঙৰ লিখকৰ বিষয়ে যি কোনো স্বাধীন মতামত আগ্ৰহেৰে সৈতে পঢ়াৰ সম্ভাৱনা আছে। তথ্যবিলাকৰ নিশ্চয়তা পৰীক্ষা কৰি চাবলৈ মই কোনো যত্নৰ ত্ৰুটী কৰা নাই আৰু মোৰ সৎ অভিমত বিলাক প্ৰকাশ কৰিবলৈকো কোনো কুণ্ঠা বোধ কৰা নাই। যদি মোৰ তথ্যবিলাকৰ বিষয়ত ভুল হয় তেনেহ'লে শুধৰাই দিয়াৰ বাবে মোৰ সমালোচকসকলক ধন্যবাদ দিম। মই আনটো কৰ্ত্তব্য পক্ষপাতহীনভাৱে পালন কৰিছো নে নাই সেইটো বিচাৰ কৰাৰ ভাৰ তেওঁলোকৰ ওপৰতেই।

কালনা,
৩ ফেব্ৰুৱাৰী, ১৮৭৮ } এ, বি।

# ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই

সংস্কৃত সাহিত্যত ভৱভূতিৰ নামটোৱে অতি উচ্চস্থান অধিকাৰ কৰি আছে। প্ৰকাশৰ সাবলীলতা আৰু কল্পনাৰ প্ৰৌঢ়িত সম্ভৱ ভৱভূতিৰ ৰচনাই শ্ৰেষ্ঠ। হিতোপদেশৰ সাধাৰণ উপদেশৰপৰা নৈষধৰ অতি প্ৰশস্ত মসৃণতালৈকে শঙ্কৰাচাৰ্যৰ দুৰ্ব্বোধ্য ওজস্বিতাৰপৰা মাঘৰ কৌশলপূৰ্ণ গাম্ভীৰ্য্যলৈকে কালিদাসৰ ছন্দোময় লালিত্যৰপৰা কাদম্বৰীৰ অলংকাৰবহুল বিচিত্ৰতালৈকে সংস্কৃত সাহিত্যৰ সমগ্ৰ ক্ষেত্ৰত বোধকৰোঁ কোনো এজন লেখক নাই যি সংস্কৃত ভাষাত অদ্ভুত ক্ষমতা, আশ্চৰ্য্যপূৰ্ণ ওজস্বিতা আৰু ৰচনাৰীতিৰ গাম্ভীৰ্য্যত ভৱভূতিৰ সমকক্ষ হ'ব পাৰে।[১] আটাইতকৈ জটিল ছন্দৰ আটাইতকৈ কঠিন পদ্যবিলাকো এক মুহূৰ্ত্তৰো চিন্তা নোহোৱাকৈ অনায়াসে অবাধে তেওঁৰ মুখৰপৰা নিগৰি ওলোৱা যেন লাগে। কোনোৱে হয়তো তেওঁ ঠায়ে ঠায়ে এনে শব্দও ব্যৱহাৰ কৰা দেখা পাব যিবিলাক ছন্দৰ কাৰণেহে বেচি প্ৰয়োজনীয়— যিবিলাকে তেওঁৰ ৰচনাৰ সৌন্দৰ্য্য বঢ়াই নোতোলে, বৰং কেতিয়াবা হ্ৰাসহে কৰে; কিন্তু এনে ত্ৰুটী সংখ্যাত বৰ কম আৰু বিৰল। সাধাৰণতে প্ৰত্যেকটো শব্দই যথোচিত স্থানত প্ৰযুক্ত হৈছে আৰু অত্যন্ত স্পষ্ট অৰ্থত ব্যৱহৃত হৈছে। তেওঁ বোধহয় নিশ্চয় তেওঁৰ প্ৰথম নাটকখন লিখিবলৈ আৰম্ভ কৰাৰ আগতে কেইবা বছৰো অধ্যয়নত কটাইছিল। এই কথা প্ৰায় নিশ্চিত যে এই কেই-

(১) বীৰচৰিত ১/৪ ত তেওঁ নিজকে নিজে 'ৱশ্যৱাক্' বুলিছে আৰু তেওঁ নিশ্চয় সেই উপাধিৰ যোগ্য, যেহেতু তেওঁৰ সমসাময়িকসকলে তেওঁক 'শ্ৰীকণ্ঠ' উপাধি দিছিল।

বছৰত শব্দ আৰু তথ্যৰ এটা বিৰাট সমষ্টিৰে তেওঁ তেওঁৰ অদ্ভুত স্মৃতি-শক্তি সমৃদ্ধ কৰি তুলিছিল। সেই বাবে পাচত তেওঁ তেওঁৰ ৰচনাত নিজৰ যি ক্ষমতা ইমান অনায়াসে প্ৰকাশ কৰিছে তাত আচৰিত হ'বলগীয়া একো নাই [২] ॥ ১ ॥

নতুন নতুন অৱস্থাই দিয়া নতুন নিৰ্দ্দেশ অনুযায়ী অথবা বক্তাৰ মনত একোটি অভিনৱ ভাবৰ উদয় হোৱাৰ লগে লগে তেওঁ তেওঁৰ শ্লোকবিলাকক যি এটা নতুন ভাঁজ দিয়ে তাৰপৰাও ভৱভূতিৰ বাগ্মিতা স্পষ্ট হৈ ওলাই পৰে। সকলো সফল বক্তাৰেই এইটোৱেই ধাৰা আৰু তেওঁলোকৰ হাতত এইটো এটা ডাঙৰ আহিলা আৰু ভৱভূতিয়েও ইয়াৰ সুবিধা লোৱাত পাচ পৰা নাই। উদাহৰণ স্বৰূপে ৰীৰচৰিত, ৪/৩২ পঢ়ক—য'ত বিশ্বামিত্ৰই ভৃগুপতিদমন বুলি ক'বলৈ গৈ দেখে যে 'দমন' শব্দটো ভাৰ্গৱৰ কাৰণে অসন্তোষ-জনক হ'ব আৰু তৎক্ষণাৎ ছন্দৰ কোনো ক্ষতি নোহোৱাকৈ তাক 'ৰিহিত' শব্দলৈ পৰিৱৰ্ত্তন কৰিছে। উদাহৰণ স্বৰূপে ৰীৰচৰিত, ৬/৭

(২) মই সেই কাৰণে হ'বেচ উইলচনৰ দৈতে এই কথাত একমত হ'ব নোৱাৰোঁ যে তেওঁৰ ৰচনাশৈলী কষ্টসাধ্য। বাগ্মিতাৰ উত্তম পৰিচায়ক হৈছে ভাষাৰ সাবলীলতা আৰু জটিল বাক্যগ্ৰন্থিৰ অভাৱ। মই কোনো এজনকো ভৱভূতিৰ প্ৰথম গুণটো নাই বুলি কোৱা শুনা নাই। যিসকলে তেওঁৰ বাক্যগ্ৰন্থি প্ৰায়ে জটিল বুলি ভাবে তেওঁলোক যে সম্পূৰ্ণ ভ্ৰান্ত সেই কথা মই সাহ কৰি ক'ব পাৰো, কিয়নো এটাও তেনে দৃষ্টান্ত মোৰ চকুত পৰা নাই। যি ক্ষেত্ৰত টীকাকাৰসকলে এই দোষটো জোৰ কৰি তেওঁৰ ওপৰত জাপি দিছে সেই ক্ষেত্ৰত তেওঁৰ ৰচনা স্বাভাৱিক আৰু সৰলতৰ বাক্যগঠনৰ ৰীতিৰপৰা বুজি ললে বেচি ভাল অৰ্থ পাব পাৰি। অৱশ্যে তেওঁৰ কেই-ছোৱামান লিখা যে দুৰ্ব্বোধ্য ই সঁচা; কিন্তু কেতিয়াবা বহুতো ভাবে তেওঁৰ মনতো আগুৰি ধৰাৰ ফলত আৰু কেতিয়াবা বিৰল আৰু দুৰ্ব্বোধ্য শব্দ ব্যৱহাৰ কৰাৰ ফলতেই এনে হ'বলৈ পাইছে। কিন্তু বাৰ্কৰ লিখাত জানো দুৰ্ব্বোধ্য অংশ নাই? তেওঁৰ ৰচনাশৈলী মেকলেৰ ৰচনাশৈলীতকৈয়ো অধিক দুৰ্ব্বোধ্য নে?



চাওক—য'ত মাল্যৱানে ৰামৰ পৌৰুষৰ বিষয়ে ক'বলৈ গৈ এটা অমঙ্গলৰ ইঙ্গিত দেখা পাই তৎক্ষণাৎ তেওঁৰ ভাবৰ গতি সলনি কৰিছে আৰু এটি খাপখোৱা বাক্যেৰে শ্লোকটি শেষ কৰিছে। উদাহৰণ স্বৰূপে উত্তৰ ৰাম চৰিতৰ ৩/২৬ শ্লোকলৈ লক্ষ্য কৰক, য'ত শেষৰ বাক্যটি শেষ কৰিবলৈ ৱাসন্তী দুখত অতিশয় অভিভূতা হৈ পৰিছে আৰু 'শান্তম থৰা কি মিহোত্তৰেণ' এই ফাকি কথা[৩] অৰ্থপূৰ্ণভাৱে যোগ দিছে ॥ ২ ॥

নানা কাৰণত ভাৰতীয় সাহিত্যৰ ক্ষেত্ৰখন চৰণৰ চাব নপৰা মৰুভূমিৰ নিচিনা হৈ পৰিছে; তথাপি প্ৰাচীন সংস্কৃত সাহিত্যৰ যি সঙ্গীত, যাৰ হয়তো কোনো প্ৰতিস্পৰ্দ্ধী নাই, তাৰ কথা নধৰিলেও কলাই অধিক সুবিধাজনক পৰিস্থিতিত যিমানখিনি পূৰ্ণতা লাভ কৰিলেহেঁতেন সিমানখিনি পূৰ্ণতা দেখুৱাৰ পৰা ভাৰতীয় সাহিত্যৰ এক শ্ৰেষ্ঠ ৰচনাৰূপে ভৱভূতিৰ লিখাখিনি ভাৰতক আৰু ভাৰতীয় সাহিত্যক ভাল পোৱা প্ৰত্যেকজন লোকেই প্ৰশংসা কৰিব আৰু আগ্ৰহেৰে পঢ়িব ॥ ৩ ॥

কিন্তু ভৱভূতিৰ নাটকবিলাক অকল ভাষাৰ কাৰণেই বা কেৱল কাব্যিক সৌন্দৰ্য্যৰ কাৰণেই যে উপাদেয় এনে নহয়, কিন্তু ইয়াত থকা জতুৱা ঠাঁচবিলাকৰ কাৰণে সংস্কৃতৰ ছাত্ৰসকলৰ কাৰণে দেশৰ অৱস্থা আৰু ৰীতি-নীতিৰ বিষয়ে যি ধাৰণা দিয়ে তাৰ বাবে ঐতিহাসিকসকলৰ কাৰণে, প্ৰাচীন ভাৰতীয় ভূগোলৰ কিছুমান জটিল প্ৰশ্নৰ সমাধান যোগোৱাৰ বাবে ভৌগলিকসকলৰ কাৰণে এইবিলাক সমানে শিক্ষাপ্ৰদ। আৰু মই আশা কৰোঁ সেই দিন আৰু বেচি দূৰত নহয় যিদিনা আমাৰ দেশবাসীয়ে এতিয়া শ্বেকচ্‌পীয়েৰ আৰু বেকন, এডিচন আৰু জন্‌চনৰ কাৰণে

(৩) ভৱভূতি বোধহয় নাটকত এনে ৰচনা ৰীতি প্ৰয়োগৰ প্ৰৱৰ্ত্তক। যি কি নহওক মই যিমান দূৰ স্থিৰ কৰিব পাৰিছো কোনো সংস্কৃত নাট্যকাৰেই ইয়াৰ সফল প্ৰয়োগত তেওঁৰ সমকক্ষ হ'ব নোৱাৰে।

যিমান যত্ন কৰে আমাৰ ঘৰুৱা সাহিত্যৰ কাৰণে তাতোকৈ অধিক যত্ন কৰিব[৪] ॥ ৪ ॥

ভৱভূতিৰ নামৰ লগত জড়িত তিনিখন নাটক আমি পাইছোহঁক আৰু সেইবিলাকৰ প্ৰত্যেকখনতে একেখনি নিপুণ হাতৰ চিন স্পষ্টভাৱে দেখিবলৈ পোৱা যায়। সকলোতে একে গাম্ভীৰ্যপূৰ্ণ ৰীতি—একে প্ৰগাঢ় পাণ্ডিত্য, প্ৰকৃতি বৰ্ণনা কৰাৰ আৰু অনুভূতিক বিশ্লেষণ কৰাৰ একে ক্ষমতা; কিন্তু লিখক-জনে আমাক কেৱল অনুমানৰ মাজতেই এৰি থৈ যোৱা নাই। সংস্কৃত কৱিসকলৰ সচৰাচৰ নিয়ম মতেই তেওঁ এখন নাটকৰ শ্লোকবিলাক আন এখনত সন্নিৱিষ্ট কৰিছে, কেতিয়াবা সম্পূৰ্ণকৈ আৰু কেতিয়াবা আংশিকভাৱে। উদাহৰণ স্বৰূপে উল্লেখ কৰা শ্লোকবিলাকলৈ চালেই হ'ব। উ—১/৪ = ৱী—৪/৩৩ ; উ—১/১৩

(৪) জাতীয় সাহিত্যৰ সমগ্ৰক্ষেত্ৰ সম্পূৰ্ণৰূপে আমাৰ হাততে আছে। আৰু এইটো প্ৰকৃততে দুখৰ বিষয় যে আমাৰ দেশবাসীয়ে এতিয়াও সম্পূৰ্ণৰূপে বুজি উঠা নাই যে ইয়াক বহুদূৰলৈকে উন্নত কৰাটোও আমাৰ ক্ষমতাৰ ভিতৰতেই। প্ৰয়োজন আৰু যোগানৰ সূত্ৰটো ৰাজনৈতিক, অৰ্থনীতিত যি পৰিমাণে প্ৰযোজ্য সাহিত্যতো সেই পৰিমাণেই প্ৰযোজ্য আৰু স্কুলৰ শিক্ষকসকলে তেওঁলোকৰ ছাত্ৰসকলক এই সূত্ৰটোৰ সত্যতা সম্পূৰ্ণৰূপে হৃদয়ঙ্গম কৰোৱাটো আৰু তেওঁলোকক নিজৰ দেশৰ ইতিহাস আৰু সাহিত্য ভাল পাবলৈ আৰু তাৰ গুণগ্ৰাহী হ'বলৈ শিকোৱাতকৈ অধিক ভাল কাম আৰু একো কৰিব নোৱাৰে। অকল যে সাহিত্যৰ হকেই আমি এই বিষয়ে কাম কৰিব লাগিব এনে নহয়; কিন্তু এই কাৰণেও লাগিব যে ই এক বিশাল পৰিমাণৰ অৰ্থকৰী কাম আমাৰ শিক্ষিত সমাজৰ হাতত তুলি দিব যিবিলাকৰ কিছুমানে হয়তো জীৱন আৰু জীৱিকাৰ হকে এতিয়া সংগ্ৰাম কৰি আছে! চৰকাৰৰ কামবিলাকৰ সমালোচনা কৰা সহজ; কিন্তু সমূহীয়াভাৱে কিমানখিনি যে ভাল কাম কৰিব পাৰি সেই কথা বাইজে নুবুজে।



( ২য় শাৰী ) = ৱী—৪/২৭ ( ২য় শাৰী ), উ—১/১৫ = উ—৬/১৫ = ৱী—১/৪২, উ—১/১৬ ( ২য় শাৰী ) = ৱী—১/১৯ ( ২য় শাৰী ), উ—১/১৭ = ৱী—১/৫৭, উ—১/২২ = ৱী—৪/৫২, উ—১/৩১ = মা—১০/১৩, উ—২/৩৩ ( ২য় শাৰী ) = ৱী—৫/৪২ ( শেষ শাৰী ), উ—১/৩৬ ( প্ৰথম ২ শাৰী = মা-৬/৮ ( প্ৰথম ২ শাৰী ), উ-২/১৫ = ৱী-৫/১৩[৫], উ-২/২০ = ৱী-৫/৪০ ( ৩য় শাৰী ) = মা-৯/২৩ (১ম শাৰী), উ-২/২১ = ৱী-৫/৪১ = মা-৯/৬, উ = ২/২৯ ( ১ম শাৰী ) = মা-৫/১৯ ( ১ম শাৰী ) উ-৩/১৬ = মা = ১৯/৩৩, উ-৩/৩১ = মা-৯/১১, উ-৩/৩৭ = মা-৯/১৯, উ-৪/৪ = মা-১০/২ উ-৪/৯ ( ২য় শাৰী ) = ৱী-১/১৪ ( ২য় শাৰী ), উ-৪/১৫ = মা-৪/৭, উ-৪/১৯ = ৱী-১/১৮, উ-৪/২৮ = ৱী-৩/২৯, উ-৫/১৩ = মা-৯/৫১ আৰু ১০/৪ ( ১ম শাৰী ), উ-৬/৯ = ৱী-২/৪১, উ-৬/১২ = মা-১/২৫, উ-৬/২১ ( ১ম শাৰী ) = ৱী-২/৪৬ ( ১ম শাৰী ), মা-৯/৩ ( ২য় শাৰী ) = ৱী-৫/৫৪ (২য় শাৰী ), ৪-৯/২৩ ( শেষ ২ শাৰী ) = ৱী-৫/৪২ ( শেষ ২ শাৰী ), মা-৫/৯ ( প্ৰথম ২ শাৰী ) = ৱী-২/৪৫ ( প্ৰথম ২ শাৰী ) ॥ ৫ ॥

আশা কৰা দৰেই ভাব আৰু ভাষাৰ মিল খুব বেচি। তাৰে কিছুমানৰ কাৰণে মই মোৰ 'জানকীৰাম ভাষ্য'লৈ আঙুলিয়াওঁ। এইবিলাকৰ সৈতে আন বহুতো যোগ দিব পাৰি। উদাহৰণ স্বৰূপে উত্তৰ ৰাম-চৰিতৰ 'হন্ত ৱিপৰ্যস্তঃ সম্প্ৰতি জীৱলোকঃ' ইত্যাদিৰে আৰম্ভ হোৱা অংশৰ সৈতে মা-৫/২৯ তুলনীয় ॥ ৬ ॥

নাটককিখনৰ এখনতো আমাৰ লেখকে তেওঁ নো কোন সময়ৰ লোক আছিল সেই বিষয়ে কোনো সম্ভেদ দিয়া নাই; কিন্তু এই কথা যদি মনত ৰখা যায় যে তেওঁ ৰাম সম্বন্ধীয় নাটকৰ প্ৰৱৰ্ত্তক আৰু আন ছপা হোৱা ৰাম সম্বন্ধীয় নাটকবিলাকৰ সময় যদি বিচাৰ কৰা হয় তেনেহলে মই ভাবোঁ, একান্ত নিৰ্ভুল-

(৫) ৱী-৫/১৩ ৰ ওপৰত মোৰ টীকা চাওক।

ভাৱে নহলেও গ্ৰহণযোগ্য নিশ্চয়তাৰে এই বিশিষ্ট কৱি জনাৰ সময় স্থিৰ কৰা সহজ হ'ব ॥ ৭ ॥

সি যি কি নহওক, ভৱভূতিয়েই ৰামৰ ইতিহাসক প্ৰথমে নাটকৰ ৰূপ দিছিল—এই বুলি প্ৰমাণ কৰাৰ আগতে মই নিশ্চয় ছপা হোৱা ৰাম বিষয়ক নাটকবিলাকৰ সময় স্থিৰ কৰিব লাগিব আৰু তেনে কৰোঁতে মহানাটক বা হনুমন্নাটকক আটাইতকৈ শেহ ঠাই দিবলৈ সঙ্কোচ নকৰোঁ [৬] ॥ ৮ ॥

ওপৰৰ দুয়োটা নামেই এই সংকলনটিৰ কাৰণে অনুপযুক্ত যেহেতু মই অলপতে ইয়াক প্ৰমাণ কৰি দেখুৱাম যে এইখন এখন সংকলনৰ বাহিৰে একো নহয়। এইখন এখন 'মহান্ নাটক' নহয়, কিয়নো তেনে নাটকৰ দহোটা অঙ্ক থাকিব লাগে [৭]। এইখন 'এজন হনুমানে ৰচনা কৰা নাটক' নহয় যিহেতু তেনে হলে ইয়াৰ লগত এটা অসম্ভৱ কিংবদন্তি জড়িত হৈ পৰে।

---

(৬) পণ্ডিত ৰামতাৰণ শিৰোমণিৰদ্বাৰা চমু টোকাৰে সৈতে সম্পাদিত ( কলিকতা, ১৮৭০ খৃঃ )

(৭) "অঙ্কৈশ্চ দশভির্ধীৰা মহানাটকমূচিৰে," ( দহোটা অঙ্কৰে মহানাটক হয় বুলি জ্ঞানীসকলে কয়।), সাহিত্যদৰ্পণ, ৩২০। উইল্‌চনৰ পাণ্ডুলিপি খনত চৈধ্যটা অঙ্ক আছিল যেন লাগে ( হিন্দু থিয়েটাৰ, খণ্ড-২, পৃঃ ৩৭০ ); কিন্তু দহোটাতকৈ সৰহ অঙ্ক থকা কোনো সংস্কৃত নাটকৰ কথা মই নেজানো আৰু তেওঁৰ অনুবাদৰ বিষয়-বস্তুখিনি পঢ়ি এনে একো নাপালো যিটো কলিকতা সংস্কৰণৰ নটা অঙ্কত নাই।

লক্ষণটোৰ উদাহৰণ স্বৰূপে সাহিত্যদৰ্পণে ৱালৰামায়ণৰ নাম উল্লেখ কৰিছে আৰু সেইটোৱেই প্ৰকৃত উপযুক্ত উদাহৰণ। ইয়াত যে অকল দহোটা অঙ্ক আছে এনে নহয়, বোধকৰোঁ বৰ্ত্তমান সংস্কৃত নাটকবিলাকৰ ভিতৰত ইয়েই আটাইতকৈ দীঘল। এইটো খুব সম্ভৱপৰ যে যেতিয়া ৱালৰামায়ণ দুষ্প্ৰাপ্য হ'ল তেতিয়া একে বিষয়-বস্তুৰ আন এখন নাটকে 'মহানাটক'—এই আখ্যাটো আত্মসাৎ কৰিলে।



ইয়াক আন কি এখন নাটকেই বুলিব নোৱাৰি যেহেতু নিয়মীয়া বচন প্ৰতিবচন নোহোৱাকৈ আৰু কোনো যথোচিত পাতনি নোহোৱাকৈ ই কিছুমান শ্লোকৰ সমষ্টিহে ॥ ৯ ॥

প্ৰত্যেক অঙ্কৰ শেষৰ শ্লোকটোত লিখক মধুসূদনমিশ্ৰই আমাক জনাইছে যে তেওঁ হনুমন্নাটকৰপৰাই গ্ৰন্থখনিৰ গঢ় দিছে। তেওঁ যদি স্পষ্টভাৱে কৈ দিলেহেঁতেন যে তেওঁৰ দিনত থকা ৰাম সম্বন্ধীয় নাটকবিলাকৰপৰাই তেওঁ ইয়াক সংকলন কৰিছে তেনেহলে বেচি ভাল হ'লহেঁতেন। মই এই কথা স্থিৰ কৰিবলৈ সক্ষম হৈছোঁ যে তেওঁৰ তথাকথিত নাটকখনৰ নিম্নোক্ত শ্লোকবিলাক নিম্নোক্ত গ্ৰন্থবিলাকৰপৰা লোৱা—

—কিছুমান হুবহুভাৱে, কিছুমান শব্দৰ সামান্য পৰিবৰ্ত্তন কৰি আৰু কিছুমানক দুটা বা অধিক শ্লোকৰ অংশৰে গঠিত কৰি :— ১/১৯ = প্ৰ-১/৫৩, ১/২০ = ৱা-ৰা-১/৪৪, ১/২৩ = বা-ৰা-৩/২৭, ১/২৪ = প্ৰ-১/৩২, ১/২৯ = ৱা-ৰা-১/৪৮, ১/৩৪ = প্ৰ-৩/৪৫, ১/৩৬ = প্ৰ-৩/৪৯, ১/৩৮ = ৱী-১/৫৪, ২/২ = প্ৰ-৪/২, ২/৩ = ৱী-১/১৮, ২/৬ = বা-ৰা-৪/৫৩ ২/৮ = ৱী-২/৪৮, ২/৯ = প্ৰ-৪/৩৩, ২—১২ = বা-ৰা৪/৬০, ২/১৪ = প্ৰ-৪/২১, ২/১৫ = প্ৰ-৪/২৩, ২/১৭ = প্ৰ-৪/২৫, ২/১৮ = অন-৪/৩৩, ২/১৯ = অন-৪/৪৬, ২/২০ = অন-৪/৪৯, ২/২১ = অন-৪/৫৫, ২/২৭ = ৱী-২/৩৬, ৩/১২ = প্ৰ-৫/১৫, ৩/১৫ = ৱা-ৰা-৬/৩৪, ৩/১৮ = বা-ৰা-৬/৩৬, ৩/২৮ = অন-৪/৩, ৩/২৯ = প্ৰ-৫/১৮, ৩/৩২ = উ [৮], ৩/৬০ = অন-৫/৭, ৩/৬১ = প্ৰ-৫/৪৩, ৩/৬৯ = প্ৰ-৫/৪৫, ৩/৭১ = প্ৰ-৫/৩৯, ৪/৪ = ৰামা-৩/৭২—২৫, ৪/৪৩ = হি, ৪/৪৭ = প, ৫/৪৭ = ৰামা-৫/৩১-৩, ৫/৫৪ = ৰামা-৫/৩১-১০, ৫/৫৫ = ৰামা-৫/৩০-৬, ৫/৫৫ = ৰামা-৫/৩০-৬, ৫/৫৬ = ৰামা-৫/৩২-৯, ১০, ৫/৬৬ = ৩/২৮ =

---

(৮) সাহিত্যদৰ্পণে ইয়াক উত্তৰ ৰাম-চৰিতৰপৰা উদ্ধৃত কৰিছে। তদুপৰি ইয়াৰ পাচতো আৰু চাওক।

অন-৪/৩, ৫/৮৮ = ৰামা-৫/৪৮-৬, ৫/৮৯ = ৰামা-৫/৪৯-৩, ৫/১০০ = প্র-৬/৪৯, ৬/৪৭ = প্র-৭/৭, ৬/৭১ = প্র-৭/১২, ৮/২ = অন-৬/.৬, ৯/১২ = প্র-৭/২০, ৯/১৭ = অন-৬/৭৫ ১/৪৬ = ৱা-ৰা-৮/৮২, ৯/৪৭ = ৱা-ৰা-৮/৮৩, ৯/৬০ = প্র-৭/৩৭, ৯/৬১ = প্র-৭/২৭, ৯/৭০ = প্র-৭/৩১ ৯/৭৫ = ৱা-ৰা-৯/১৮, ৯/৭৭ = ৱা-ৰা-৯/১৯, ৯/৭৯ = ৱা-ৰা-৯/২১, ৯/৮০ = ৱা-ৰা-৯/৩১, ৯/৮২ = ৱা-ৰা-৭/৮৮, ৯/৫৮ = অন-৬/৫৬, ৯/৮৭ = ৱা-ৰা-৯/৩৯, ৯/৮৮ = ৱা-ৰা-৯/৪১, ৯/৯২ = ৱা-ৰা-৯/৫৯, ৯/৯৩ = ৱা-ৰা-৯/৫৮, ৯/১০৭ = ৱা-ৰা-১০/২০, ৯/১৩২ = ৰঘু-২৪/৮৩, ৯/১৩৩ = উ-২/১০, ৯/১৩৪ = উ-২/৭ ॥ ১০ ॥

একাধিক ব্যক্তিৰ অধিক সময় জোৰা শ্ৰমে এই তুলনাৰ বিষয়ত নিশ্চয় ইয়াতকৈ বহুত ভাল ফল দেখুৱাব আৰু ইয়াৰ লগতে যদি এই সত্যটো যোগ দিয়া হয় যে বহুত ৰাম বিষয়ক নাটৰ আমি কেৱল নামহে জানিব পাৰোঁ।[৯] আৰু বোধকৰোঁ বহুতৰ নামেই নাজানো তেনেহলে নিচেই কম লোক ওলাব যি মোৰ এই সিদ্ধান্তটোৰ যুক্তিযুক্ততাত সন্দেহ কৰিব যে মধুসূদন মিশ্ৰৰ গ্ৰন্থখন বহু পৰিমাণে এখন সংকলন গ্ৰন্থহে। কিছুমানে তথাপি প্ৰশ্ন কৰিব পাৰে আৰু দৰাচলতে ৰাণীগঞ্জৰ ভিতৰুৱা অঞ্চলত কিছুদিন আগতে এজন পণ্ডিতে মোক এনে এটি প্ৰশ্ন কৰিছিল—মধুসূদন মিশ্ৰই যে এই নাটকবিলাকৰপৰা ধাৰ কৰিছে

(৯) সাহিত্যদৰ্পণত নিম্নলিখিত ৰাম বিষয়ক নাটকিখনৰ উল্লেখ কৰা হৈছেঃ ১। উদাত্ত ৰাঘৱ, ২। জানকী ৰাঘৱ, ৩। কৃত্যাৰাৱণ, ৪। ৰামাভিনন্দ, ৫। ৰামাভ্যুদয় ৬। ৰাঘৱানন্দ, ৭। ৰামাভ্যুদয় ৮। ৰাঘৱৱিলাস, ৯। ছলিত ৰাম, ১০। কুন্দমালা। মই এইবিলাকৰ বিষয়ে অলপ পিচতে ক'ম।

পাচৰ নাটকবিলাকৰ ভিতৰত সম্ভৱতঃ ১৫৯৯ খৃষ্টাব্দ ৰচিত সুন্দৰ—মিশ্ৰৰ অভিৰামমণিৰ উল্লেখ কৰিছে ( হিন্দু থিয়েটাৰ, খণ্ড-২ পৃঃ ৩৯৫ ) আৰু ডাঃ ফিট্‌জ এডোৱাৰ্ড হালে উল্লেখ কৰিছে আমাৰ ৰাঘৱ আৰু (?) মহাৱীৰানন্দৰ ; কিন্তু হাল এজন নিৰ্ভৰযোগ্য লেখক নহয়।



আৰু এই নাটকবিলাকৰ ৰচকসকলে তথাকথিত হনূমন্নাটকৰপৰা ধাৰ কৰা নাই সেই কথা প্ৰমাণ কৰিব পৰা কি যুক্তি আছে ? মই ভাবোঁ উত্তৰটো বৰ সহজ। প্ৰত্যেকখন ৰাম বিষয়ক নাটকতে ৰচনাৰীতিৰ বিশিষ্টতা স্পষ্টভাৱে দেখিবলৈ পোৱা যায় আৰু তাৰ অভাৱ মধুসূদন মিশ্ৰৰ সংকলনটিত স্পষ্টভাৱে ওলাই আছে। প্ৰত্যেকজন সৎ, পক্ষপাতহীন, সাৱধান পাঠককে এই কথা নিজেই বিচাৰ কৰিবলৈ মই এৰি দিছোঁ ॥ ১১ ॥

ইয়াৰপৰাই এই কথা ওলাই পৰে যে কেৱল প্ৰসন্নৰাঘৱ নামৰ শেষ ৰাম বিষয়ক নাটক—যিখনৰ কথা মই বিশদভাৱে আলোচনা কৰিম তাৰ পাচতেহে যে এই নাটকখন ৰচনা কৰা হৈছিল এনে নহয়, কিন্তু যি দেশত প্ৰসন্নৰাঘৱ নাটকখনি ৰচিত হৈছিল সেই দেশত সেই নাটকৰ কথা পাহৰণিত পৰাৰ পাচতহে ইয়াক ৰচনা কৰা হৈছিল ; নহলে সংকলন কৰোঁতাজনে কৃতজ্ঞতা স্বীকাৰ নকৰাকৈ সাৰি থাকিবলৈ সাহ নকৰিলেহেঁতেন। মই যিহেতু প্ৰসন্নৰাঘৱক ত্ৰয়োদশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ আগত ঠাই দিব নোৱাৰো[১০] মই হনূমন্নাটকখনকো চতুৰ্দ্দশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ আগত ঠাই দিব নোৱাৰোঁ। মোৰ অনুমানটো এই তথ্যৰ দ্বাৰা সমৰ্থিত হৈছে যে প্ৰাচীন অলংকাৰ গ্ৰন্থ-দশৰূপ, সৰস্বতীকণ্ঠাভৰণ, কাব্যপ্ৰকাশ, সাহিত্যদৰ্পণ এখনতো প্ৰসন্নৰাঘৱৰ এটা শ্লোকো উদ্ধৃত হোৱা নাই, অথচ মই দেখুৱাইছো যে হনূমন্নাটক ইয়াৰ ওচৰত বহু পৰিমাণে ঋণী[১১] ॥ ১২ ॥

এই কথাৰ এটা মাত্ৰ দেখা দেখি বিৰোধ আছে। হালৰ

(১০) ছেদ, ১৭ চাওক

(১১) দায়িত্বটো এজন 'বুদ্ধিমান' পণ্ডিতৰ ওপৰত এৰি দি হালে কৈছে ( তেওঁৰ দশৰূপৰ মুখবন্ধ, পৃষ্ঠা ৩৬, পাদটীকা ) যে প্ৰসন্নৰাঘৱৰ এটি শ্লোক দশৰূপত উদাহৰণৰূপে উদ্ধৃত কৰা হৈছে। মোৰ প্ৰসন্নৰাঘৱ খনত মই এই শ্লোকটো পোৱা নাই।

দশৰূপৰ ৬১ পৃষ্ঠাৰ শেষৰ শাৰীত এই কথাকেইটা আছে—'যথা হনূমন্নাটকে'। কিন্তু উদ্ধৃত শ্লোকটো এখন প্ৰাচীনতৰ গ্ৰন্থ বালৰামায়ণৰ চতুৰ্থাঙ্কৰ ৬০ সংখ্যক শ্লোকৰূপে পোৱা যায় আৰু এই বিষয়ে কোনো সন্দেহ হ'ব নোৱাৰে যে কোনো নকল কৰোঁতাই তেওঁৰ পাণ্ডিত্য দেখুৱাবলৈ 'হনূমন্নাটকে' বোলা কথাষাৰ যোগ কৰি দিলে। হালে স্বীকাৰ কৰিছে যে সেই শ্লোকবিলাকৰ মূলবিলাকৰ বিষয়ে সন্ধান দিয়া বিষয়ত কিছুমান পাণ্ডুলিপি বেচি স্পষ্ট[১২]। মই ভাবোঁ তেওঁ তেওঁৰ পাণ্ডুলিপিবিলাকৰ শ্ৰেণীবিভাগ কৰি কোন কোন পাণ্ডুলিপিয়ে উদ্ধৃত শ্লোকবিলাকৰ মূলৰ বিষয়ে সন্তেদ দিয়ে এই কথা প্ৰত্যেক ক্ষেত্ৰতে যদি উল্লেখ কৰিলেহেঁতেন[১৩] তেতিয়াই ইয়াকো দেখুৱালেহেঁতেন যে 'হনূমন্নাট'কে কোৱা কথাষাৰ প্ৰত্যেক পাণ্ডুলিপিতে নাই ॥ ১৩ ॥

ইয়াৰ উপৰিও মই এই কথা কোৱা ভাল বুলি ভাবো যে মই দশৰূপত আন কিছুমান শ্লোক পাইছো যিবিলাক ছপা হোৱা মহানাটকত আছে। উদাহৰণ স্বৰূপে, দশৰূপৰ ৭৩, ১১২ আৰু ১৪১ পৃষ্ঠাৰ প্ৰথম শ্লোকবিলাক আৰু ১৪৯ পৃষ্ঠাৰ দ্বিতীয় শ্লোক যথাক্ৰমে মহানাটকৰ ৩/৫০, ৩/৩২, ৩/১৪, আৰু ৩/৩৭; কিন্তু ইইতৰ কোনো এটাৰে মূল কোনো এজন টীকাকাৰে উল্লেখ কৰা নাই আৰু এই আটাইবিলাকৰে নহলেও প্ৰায়বিলাকৰে ৰচনাৰীতি উদাত্তৰাঘৱৰ ৰচনা ৰীতিৰ লগতহে মিলে আৰু আন আন প্ৰমাণৰ ওপৰত মই এই কথা ধৰি নলৈ

(১২) পৃষ্ঠা, ৩৫, পাদটীকা।

(১৩) হালে আৰু কৈছে "মই যথেষ্ট অনুসন্ধানৰ পাচত সেইবিলাকৰ সবহ ভাগৰে সত্যতা স্থিৰ কৰিবলৈ সক্ষম হৈছো।" এই সাধাৰণ উক্তিটোৰ সলনি তেওঁ যদি মূলবিলাক নিৰ্দ্দিষ্টকৈ আঙুলিয়াই দিলেহেঁতেন তেনেহলে আনবিলাকৰ পৰিশ্ৰমৰ লাঘৱ হ'লহেঁতেন।



নোৱাৰো যে সেইবিলাক হয় ইয়াৰপৰা নহয় আন এখন সৰলতৰ নাটকৰপৰা লোৱা হৈছে[১৪] ॥ ১৪ ॥

একে সময়তে মই এই মতো পোষণ কৰোঁ যে মহানাটক ১৬শ শতিকাতকৈ যথেষ্ট আগ, কিয়নো সেই শতকৰ কিছুমান হাতে লিখা পুথিত ইয়াৰ স্পষ্ট সন্ধান আছে ॥ ১৫ ॥

মোৰ মতে প্ৰাচীনতাৰ ক্ৰম অনুযায়ী দ্বিতীয় হৈছে জয়দেৱৰ প্ৰসন্নৰাঘৱ[১৫]। যদি মোৰ স্মৃতি-শক্তিয়ে মোক প্ৰৱঞ্চনা কৰা নাই তেনেহলে মিঃ ৰজনীকান্ত গুপ্তই ভাষা আৰু বিষয়-বস্তু দুয়োটাৰ ফালৰপৰাই অতি সুন্দৰ তেওঁৰ গ্ৰন্থ জয়দেৱচৰিতত তেওঁক গীতগোৱিন্দৰ জয়দেৱ বুলি চিনাক্ত কৰিছে। মই কিন্তু দুখিত যে তেওঁৰ সিদ্ধান্তৰ সৈতে একমত হ'ব নোৱাৰোঁ। তেওঁৰ গীতবিলাকৰ শেহৰ পদ্যটোত জয়দেৱ গোস্বামীয়ে কৈছে যে তেওঁ ভোজদেৱ আৰু ৰামাদেৱীৰ পুত্ৰ। প্ৰসন্নৰাঘৱৰ প্ৰস্তাৱনাৰ-

(১৪) আন প্ৰাচীন অলংকাৰ গ্ৰন্থত থকা আন উদ্ধৃতিবিলাক, যিবিলাক দেখাত মহানাটকৰপৰা অনা, সেইবিলাকৰো কথা একেই। সেইবিলাক যদি এই নাটকৰপৰাই লোৱা, তেনেহলে সাহিত্যদৰ্পণে অন্ততঃ ইয়াৰ নামটো উল্লেখ কৰিলেহেঁতেন। এটা প্ৰশ্ন হ'ব পাৰে যে ই তেনেহলে প্ৰকৃত মূলবিলাকৰ উল্লেখ নকৰে কিয়? মই উত্তৰ দিওঁ যে কাৰণ বোধহয় মূল নাটকবিলাক আন কি তেওঁৰ দিনতো দুষ্প্ৰাপ্য আছিল আৰু গ্ৰন্থকাৰজনে উদাহৰণবিলাক প্ৰাচীনতৰ অলংকাৰ গ্ৰন্থবিলাকৰপৰা লৈছিল।

(১৫) বিদ্যাসাগৰ জীৱানন্দ ভট্টাচাৰ্য্য, বি, এ.দ্বাৰা এইখন সম্পাদিত; কিন্তু ই এটা অত্যন্ত অসাৱধান সংস্কৰণ। ছপাৰ ভুলেৰে এইখন যে ভৰি আছে তাৰ কথা নকৰেঁই সম্পাদকজনে আন কি কোনবিলাক পদ্য, কোনবিলাক পদ্য নহয় তাক লক্ষ্য কৰিবলৈকো কেতিয়াও কোনো যত্ন লোৱা নাই। শ্লোক ৪/৮ ৰ শেহৰ পদকিটা, সম্পাদকে যিকেইটা কোনো পাণ্ডুলিপিতে পোৱা নেযায় বুলি কৈছে সেইকেইটা আচলতে তেওঁৰ সংস্কৰণৰ ৭৮ পৃষ্ঠাৰ প্ৰথম শাৰী। 'সৌমিত্ৰে ননু সেৱ্যতাম্' ইয়াৰে আৰম্ভ হৈ 'চন্দ্ৰাননে জানকী' বে শেষ হোৱা ষষ্ঠ অঙ্কৰ প্ৰথম শ্লোকটি গদ্যৰূপে ছপা হৈছে।

পৰা ( ১।১৪ ) আমি জানো যে জয়দেৱ গোস্বামী কেন্দুলী বা কেন্দুৱিল্বৰ বাসিন্দা আছিল। হিন্দু বছৰৰ শেষৰ দিনা তেওঁৰ নিজ গাঁৱত তেওঁৰ সন্মানার্থে আজিও ৰাধাৰমণ ব্ৰজবাসীয়ে প্ৰবৰ্ত্তন কৰা মেলা এখন বহে[১৬]। তেওঁৰ নাটকৰ প্ৰস্তাৱনাৰপৰা আমি জানো যে নাট্যকাৰজন এজন কুণ্ডিনৰ বাসিন্দা আছিল[১৭] আৰু কেন্দুলী আৰু তাৰ ওচৰ-পাজৰৰ ঠাইখণ্ডত তেনে এটি নাম সম্পূৰ্ণ অচিনাকি। আমি আটায়ে জানো যে জয়দেৱ গোস্বামী কৃষ্ণৰ পৰম ভক্ত আছিল। প্ৰসন্নৰাঘৱৰ প্ৰস্তাৱনাই আমাক কয় যে নাটকখন এজন বিৰোধী দেৱতা শঙ্কৰৰ এটা উৎসৱত অভিনীত হৈছিল। গীতগোবিন্দৰ চতুৰ্থ শ্লোকটিয়ে আমাক জনায় যে ভাষাৰ শুদ্ধি জয়দেৱৰ প্ৰিয় আছিল। প্ৰসন্নৰাঘৱৰ বিংশ শ্লোকটিয়ে আমাক কয় যে নাট্যকাৰজনে এটা মিশ্ৰিত ৰীতিক অধিক ভাল পাইছিল। জয়দেৱ গোস্বামীৰ গীতবিলাকে নাৰী-সকলৰ প্ৰতি এটা প্ৰকাশ্য স্তুতিবাদ, নহলেও কমপক্ষে এটা গভীৰ প্ৰশংসাৰ ভাব প্ৰকাশ কৰে। তেওঁৰ দেশৰ সাধাৰণ দেশবাসী-সকলতকৈ যে গ্ৰন্থকাৰজনৰ নাৰীৰ প্ৰতি অধিক শ্ৰদ্ধা আছিল এই কথা দেখুৱাব পৰা একো কথা প্ৰসন্নৰাঘৱত নাই! কিন্তু বোধহয় আটাইতকৈ ভাল প্ৰমাণ পোৱা যায় এই তথ্যটোতেই যে অলপতে যোৱা ২৭ নবেম্বৰত মই কেন্দুলীলৈ যাওঁতে এনে এজন লোক নেপালো যিজনে প্ৰসন্নৰাঘৱৰ নাম জানে; এই-

(১৬) হিন্দু বছৰটো কিছুমানৰ মতে পুহত শেষ হয় আৰু আন কিছু-মানৰ মতে চ'তত শেষ হয়। মেলাখন পুহৰ শেষৰ দিনা আৰম্ভ হয় আৰু বহুত লোকে আহি মেলা চায়।

(১৭) কৱীন্দ্ৰঃ কৌণ্ডিন্যঃ স তৱ জয়দেৱঃ শ্ৰৱনয়ো

ৰযাসীদাতিথ্যং ন কিমিহ মহাদেৱতনয়ঃ॥ ( মহাদেৱ তনয়, কৱিশ্ৰেষ্ঠ কুণ্ডিনবাসী সেই জয়দেৱৰ নাম তুমি শুনা নাই নে? )



খন জয়দেৱৰ গ্ৰন্থ বুলি কোৱাৰ কথা নকৰেঁই[১৮]। মই স্বীকাৰ কৰোঁ যে এতিয়া বঙ্গৰ সকলো ঠাইতে সংস্কৃত সাহিত্যৰ অতিশয় দুখজনক অৱনতি লক্ষ্য কৰা যায় আৰু কেন্দুলীয়েও আন ঠাই বিলাকৰ এই দুৰ্ভাগ্যৰপৰা হাত সাৰি থকা নাই; কিন্তু সুসমৃদ্ধ যি ব্ৰজবাসীসকলে জয়দেৱ গোস্বামীৰ নামটো পূজা কৰে আৰু প্ৰায়ে তেওঁৰ কাৰ্য্যাৱলীৰ গুণগান কৰে, তেওঁলোকে এই নাটক সুৰক্ষিত কৰি থলেহেঁতেন যদি—এদিন এইখন সঁচাকৈয়ে তেওঁৰ গ্ৰন্থ হ'লহেঁতেন ॥ ১৬ ॥

এই নাটকৰ দ্বাবিংশ শ্লোকটো এনে—

যস্যাশ্চোৰশ্চিকুৰনিকুৰঃ কৰ্ণপূৰো ময়ূৰো

ভাসো হাসঃ কৱিকুল গুৰুঃ কালিদাসো ৱিলাসঃ।

হৰ্ষো হৰ্ষো হৃদয়বসতিঃ পঞ্চবাণস্তবাণঃ

কেষাং নৈষা কথয়কৱিতাকামিনী কৌতুকায় ॥

[ কবি চোৰ, যাৰ কেশ-কলাপ, ময়ূৰ যাৰ কৰ্ণৰ কুণ্ডল, ভাস যাৰ হাঁহি, কৱিকুল গুৰু কালিদাস যাৰ বিলাস, হৰ্ষ যাৰ আনন্দস্বৰূপ, বাণ যাৰ হৃদয়স্থিত মদন সেই কৱিতা কামিনী কাৰ কৌতুকৰ কাৰণ নহয় কোৱা। ] আমি কম-বেচি পৰিমাণে এই সকলোকিজন কৱিৰ বিষয়েই জানো। চৌৰ পঞ্চাশিক[১৯]

(১৮) যি উৎসাহেৰে সৈতে তেওঁলোকে জয়দেৱৰ বিষয়ে মোক সকলো খবৰ যোগাইছিল তাৰ বাবে কেন্দুলীৰ মিঃ ৰাধিকা বানাৰ্জী আৰু ত্ৰৈলোক্য গোস্বামীৰ প্ৰতি এইখিনিতে মোৰ ধন্যবাদ জনোৱা উচিত। মই এই-খিনিতে এই কথাও যোগ দিব পাৰোঁ যে কেন্দুলীৰ ওচৰৰে ৰাণীগঞ্জ মহকুমাৰ ভিতৰৰ জামগড় আৰু মালানদীঘিত থকা পণ্ডিতসকলেও প্ৰসন্নৰাঘৱৰ বিষয়ে একো নেজানে, অৱশ্যে তেওঁলোকৰে কেইজন মানৰ হাতত বহু সংখ্যক হাতেলিখা পুৰণি পুথিও আছে।

(১৯) এইখন জীৱানন্দ বিদ্যাসাগৰৰ কাব্য সংগ্ৰহত দিয়া আছে আৰু টীকাৰ সৈতে বোলেনে ( Bohlen ) সম্পাদনা কৰিছে।

নামৰ শৃঙ্গাৰ ৰসাত্মক কিছুমান পদ্যৰ ৰচক কৰি চোৰ। এইবিলাকৰ ওচৰত বঙালী বিদ্যাসুন্দৰ বহুত পৰিমাণে ঋণী। ময়ূৰ ভট্টৰ সূৰ্য্য-শতক ভালদৰে জনাজাত; ভাস এজন প্ৰখ্যাত নাট্যকাৰ আছিল। শ্ৰীহৰ্ষচৰিতত আছে "সূত্ৰধাৰ কৃতাৰম্ভৈৰ্নাটকৈৰ্বহু ভূমিকৈঃ। সপতাকৈৰ্যশো লেভে ভাসো দেৱকুলৈৰিব॥" কালিদাসৰ কোনো বিৱৰণৰ প্ৰয়োজন নাই। কোনজন হৰ্ষক বুজাব খোজা হৈছে সেইটো সন্দেহজনক। কিন্তু মই বিশ্বাস কৰোঁ যে ইয়াত নৈষধ চৰিৰ ৰচক-জনকে বুজোৱা হৈছে। বাণ কাদম্বৰীৰ ৰচক। এই নামবিলাকৰ উল্লেখে এইটো সূচায় যে প্ৰসন্নৰাঘৱৰ ৰচক তেওঁলোকতকৈ পাচৰ, কিন্তু ই তেওঁৰ সময় স্থিৰ নকৰে; কিন্তু সাহিত্যদৰ্পণত যে ইয়াৰ নাম পাবলৈ নাই আৰু ইয়াৰপৰা কোনো উদ্ধৃতি লোৱা নাই সেই কথা ইতিমধ্যে উল্লিখিত তথ্যটোৰে মোৰ মনেৰে প্ৰসন্নৰাঘৱৰ ৰচনা কাল পিচত বুলি স্পষ্টভাৱে দেখুৱায়। সাহিত্যদৰ্পণৰ ৰচক প্ৰসন্নৰাঘৱৰ লিখকৰ সৈতে একে দেশৰ মানুহ বুলি খ্যাত আৰু দৰ্পণকাৰে তেওঁৰ গ্ৰন্থত সংস্কৃত নাট্য-সাহিত্যৰ সৈতে তেওঁৰ ব্যাপক পৰিচয়ৰ কথা সুন্দৰভাৱে দেখুৱাইছে আৰু এই নাটকখন যদি তেওঁৰ সময়ত থাকিলহেঁতেন তেনেহলেও তেওঁ নামটো এৰি যাব বুলি মই ধৰি ল'ব নোৱাৰোঁ। মই ইয়াত দেখুৱাম যে সাহিত্যদৰ্পণৰ সময় খুব সম্ভৱতঃ দ্বাদশ শতিকাৰ প্ৰথমাৰ্দ্ধ আৰু সেই কাৰণে ত্ৰয়োদশ শতিকাৰ প্ৰথমাৰ্দ্ধটো এই নাটকৰ কাৰণে এটা অযুক্তি-কৰ সময় নহয়। মই ইয়াক বহুত পাচত ঠাই দিব নোৱাৰোঁ যেহেতুকে মহানাটকত ইয়াৰপৰা বহুতো উদ্ধৃত আছে॥ ১৭॥

এই নাটককিখনৰ সময়ৰ বিচাৰ মই নাম কোৱা চাৰিখন অলংকাৰ গ্ৰন্থৰ সময় বিচাৰৰ লগত জড়িত। মই আশা কৰোঁ আমনি লগা হলেও এনে এটা আলোচনা অসাৰ্থক নহয় আৰু এই আলোচনাত মই সোমাই নপৰি নোৱাৰোঁ। সেইকিখনৰ



ভিতৰত বিশ্বনাথ কবিৰাজৰ সাহিত্যদৰ্পণে[২০] দেখাদেখিকৈ একেবাৰে শেষ ঠাই অধিকাৰ কৰি আছে। ই দশৰূপৰ ওচৰত যথেষ্ট ঋণী আৰু এঠাইত (পৃঃ ১৩৯) "এতচ্চ ধনিকমতানু-সাৰেণোক্তম্" বুলি সত্যটো স্পষ্টভাৱে উল্লেখ কৰিছে[২১]। ইয়াত সৰস্বতীকণ্ঠাভৰণৰপৰা এটা শ্লোক উদ্ধৃত কৰা হৈছে[২২] (পৃঃ ২৫৫)

---

(২০) এচিয়াটিক চ'চাইটি অব্ বেঙ্গলৰদ্বাৰা আৰু ভুবনচন্দ্ৰ বসাকৰ দ্বাৰা প্ৰকাশিত। প্ৰথমখন বৰ সাৱধানতাৰে কৰা সংস্কৰণ নহয় আৰু দ্বিতীয়খন বৰ ভুখ লগা সংস্কৰণ। 'উল্লিখিত গ্ৰন্থকাৰসকলৰ তালিকা'ৰ একেটা ভুলকে লক্ষ্য কৰি মই মন্তব্য নকৰি নোৱাৰো যে দ্বিতীয়জনে কোনো কৃতজ্ঞতা স্বীকাৰ নকৰাকৈ প্ৰথমখনৰ পৰিশ্ৰমখিনিৰ সুবিধা লৈছে।' 'অভিনৱগুপ্তপাদাঃ' মানে 'পূজনীয় অভিনৱগুপ্ত' আৰু গোটেইটোকে এটা নাম বুলি ছপা কৰাৰপৰা নিশ্চয় কিছু ভ্ৰান্তিৰ উদ্ভৱ হোৱা সম্ভব। 'মুনিঃ' আৰু 'মুনীন্দ্ৰ' যে নামেই নহয়। সেই দুটাই মুঠেই 'মুনি' আৰু মহান্ মুনি বুলি বুজায় আৰু দেখাদেখিকৈয়ে নাট্যশাস্ত্ৰৰ পিতৃস্বৰূপ ভৰতক নিৰ্দ্দেশ কৰিছে। কালিদাসেও তেওঁক মুঠেই 'মুনি' বুলি 'ন তামভিক্ৰুদ্ধো মুনিঃ', বিক্ৰমোৰ্ব্বশীয়ৰ তৃতীয় অঙ্কৰ এই বাক্যত উল্লেখ কৰিছে। সেইদৰেই 'ব্যক্তি বিৱেককাৰঃ' আৰু 'শ্ৰীমল্লোচনকাৰঃ' এই দুটা নাম নহয় কিন্তু 'ব্যক্তি বিৱেকৰ গ্ৰন্থকাৰ' আৰু 'লোচনৰ মাননীয় ৰচক'কহে বুজাইছে আৰু ক্ৰমে মহিমভট্ট আৰু অভিনৱগুপ্তক নিৰ্দ্দেশ কৰিছে। 'ধ্বনিকাৰঃ'টোও একে ধৰণৰেই উল্লেখ; কিন্তু অধ্যয়নৰ কেন্দ্ৰবিলাকৰপৰা বহুত দূৰত বাস কৰি এই গ্ৰন্থকাৰ জননো কোন সম্প্ৰতি মই ক'ব নোৱাৰোঁ। শ্ৰোত্ৰিয়জৰন্মীমাংসকাদীনাং'টো এটা সাধাৰণ পদৰূপে পুথিত ব্যৱহৃত হৈছে আৰু ই কোনো নাম বা নামৰ বৰ্ণনা নহয়?

(২১) পৃষ্ঠা ৫১-ত থকা প্ৰাকৃত পদ্যটো দশৰূপত (পৃঃ ৯১) ধনিকৰ নিজৰ বুলি উল্লেখ কৰিছে।

(২২) ভোজস্তাহ "সমস্তপঞ্চষপদামোজঃ কান্তি সমন্বিতাম্।
মধুৰাং সুকুমাৰাঞ্চ পঞ্চালীং কৱয়ো বিদুঃ॥"

[ভোজে কিন্তু কৈছিল, পাঁচোটা বা ছটা সমস্ত পদ থকা ওজঃ আৰু কান্তিগুণ যুক্ত মধুৰ আৰু সুকুমাৰ গুণযুক্ত ৰীতিকে কৱিসকলে পঞ্চালী বুলি জানে।]

আৰু ই যদিও পোনপটীয়াকৈ কাৱ্য প্ৰকাশৰ উল্লেখ কৰা নাই তথাপি কাৱ্যপ্ৰকাশৰ সৈতে ৱিশ্বনাথৰ পৰিচয় আছিল বুলি দেখুৱাবলৈ যথেষ্ট আভ্যন্তৰিক প্ৰমাণ আছে। উদাহৰণ স্বৰূপে কাৱ্যপ্ৰকাশৰ ১৫০-৫১ পৃষ্ঠাত 'চাপাচাৰ্যস্ত্ৰিপুৰ বিজয়ী কীৰ্ত্তিকেয়ো ৱিজেয়ঃ'...অত্ৰ ৱিজেয় ইতি কৃত্য প্ৰত্যয়ঃ ক্ত প্ৰত্যয়া-ৰ্থেঽৱাচকঃ" এই কথাখিনি আছে আৰু দৰ্পণৰ ২১৩ পৃষ্ঠাত 'ৱৰ্ণ্যতে কিং মহাসেনো বিজয়ো সস্য তাৰকঃ' অত্ৰ বিজেয় ইতি কৃত্যপ্ৰত্যয় ক্ত প্ৰত্যয়াৰ্থেঽৱাচকঃ" এই কথাষাৰ আছে। সাৱধান ছাত্ৰৰ তেনে বহুত সামঞ্জস্য দেখা পাব আৰু সেই-বিলাক সাধাৰণ ঘটনাক্ৰমে হোৱা বুলি উপেক্ষা কৰিব নোৱাৰি। আন এটা আৱশ্যকীয় তথ্য মনত ৰাখিবলগীয়া যে মম্মটভট্ট আৰু ৱিশ্বনাথ দুইজনেই অভিনৱগুপ্তৰ বিষয়ে খুব শ্ৰদ্ধাৰে সৈতে কৈছে। আগৰজনে ব্যৱহাৰ কৰা ভাষাই (শ্ৰীমদাচাৰ্যাভিনৱ-গুপ্তপাদাঃ, পৃঃ ৫০) এই বিষয়ে মোৰ মনত কোনো সন্দেহ বাকী ৰখা নাই যে তেওঁ অভিনৱগুপ্তৰ এজন ছাত্ৰ আছিল। পাচৰজনে ব্যৱহাৰ কৰা ভাষাই (অভিনৱগুপ্ত পাদৈঃ, পৃঃ ১৪১, শ্ৰীমল্লোচনকাৰাঃ, পৃঃ ৯৭), মই ভাবো, এই কথা সূচায় যে হয় তেওঁ, নহলে তেওঁৰ পিতাক সেই আলংকাৰিকজনৰ ছাত্ৰ আছিল ॥১৮॥

সেই কাৰণে মই এই মত পোষণ কৰোঁ যে কাৱ্যপ্ৰকাশৰ অলপ আগতেই সাহিত্যদৰ্পণ লিখা হৈছিল আৰু যদি এই কথা মনত ৰখা হয় যে ই নৈষধ চৰিতৰ পাচৰ, কিন্তু গীতগোৱিন্দৰ পাচৰ নহয় তেনেহলে ইয়াৰ সঠিক সময় স্থিৰ হ'ব। ই যে নৈষধৰ নাম ধৰি উল্লেখ কৰিছে (পৃঃ ২০৮) তাৰপৰা প্ৰথম কথাটো আৰু ইয়াত পাচৰখনৰ কোনো উদ্ধৃতি নোহোৱাটোৱে দ্বিতীয় কথাটো স্পষ্ট কৰি তুলিছে। গীতগোৱিন্দ, ৩-১১ পদ্যতো দৰাচলতে ছপা সাহিত্যদৰ্পণ (পৃঃ ২৮৯) খনত থাকিব নেলাগে; কিন্তু দেখাদেখিকৈ কোনোৱা নকল কৰোঁতাই এইটো স্নুমুৱাই দিছে যিহেতু ইয়াৰ পাচত থকা দীঘল ছেদটোত এই পদ্যৰ কোনো ব্যৱহাৰ কৰা নাই, কিন্তু ইয়াৰ আগত থকা শ্লোকটোৰহে ব্যৱহাৰ কৰিছে। ইয়াত যদি সঁচাকৈয়ে গীত গোৱিন্দৰ উদ্ধৃতি থাকিলেহেঁতেন তেনেহলে গোটেই গ্ৰন্থখনৰ ভিতৰত অন্ততঃ এবাৰ সেই গ্ৰন্থৰ নাম উল্লেখ কৰা হ'লহেঁতেন ॥ ১৯ ॥



নৈষধচৰিতখন দ্বাদশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত বাৰাণসীত ৰচিত হৈছিল। ৰাজশেখৰেও চতুৰ্দ্দশ শতিকাত[২৩] ৰচিত তেওঁৰ গ্ৰন্থ ভুৱন কোষত সেই বুলিয়েই কৈছে আৰু তেওঁৰ উক্তিটো সম্পূৰ্ণ সত্য বুলি মোৰ মনত প্ৰত্যয় জন্মিছে। অৱশ্যে কিছুমান লিখকে যুক্তিযুক্ত প্ৰমাণৰ আশ্ৰয় নোলোৱাকৈয়ে ইয়াক ৱেণীসংহাৰৰ সৈতে একে সময়ৰ বুলি ভাবে। মই নাম কোৱা চাৰিওখন অলংকাৰ গ্ৰন্থতে ৱেণীসংহাৰখনৰ উদ্ধৃতি আছে—এই তথ্যটোৱে দেখুৱায় যে বেণীসংহাৰ সেই কেউখন গ্ৰন্থতকৈ আগ আৰু প্ৰায় দশম শতিকাৰ প্ৰথমাৰ্দ্ধৰ পুথি। সেই অলংকাৰ গ্ৰন্থ কেইখনৰ এখনতো নৈষধৰ উদ্ধৃতি নাই আৰু সাহিত্য দৰ্পণত কেৱল যে নামেৰেহে উল্লেখ কৰা হৈছে সেই তথ্যটোৱে যথেষ্ট স্পষ্টভাৱে দেখুৱায় যে ই প্ৰথম তিনিখনতকৈ পাচ আৰু শেহৰ খনতকৈ সৰহ সময়ৰ আগ নহয়। এই লিখকসকলৰ নৈষধচৰিতৰ প্ৰতি কোনো প্ৰতিকূল মনোভাব আছিল বুলিও কব নোৱাৰি যিহেতু আভ্যন্তৰিক প্ৰমাণবিলাকৰপৰা এনে দেখা যায় যে আৰম্ভনিৰ-পৰাই ই আদৃত হৈছিল আৰু কুৱলয়ানন্দ[২৪] আদি পাচৰ অলংকাৰ গ্ৰন্থবিলাকে ইয়াৰপৰা যথেষ্ট উদ্ধৃতি নিছে[২৫] ॥২০॥

---

(২৩) ৰামদাস সেনৰ 'শ্ৰীহৰ্ষ' দ্ৰষ্টব্য।

(২৪) বিদ্যাসাগৰ জীৱানন্দ ভট্টাচাৰ্য্য বি, এ দ্বাৰা সম্পাদিত।

(২৫) বাস্তৱিকে 'ক্ষিতীশবংশাৱলী চৰিতে' কৈছে যে এজন শ্ৰীহৰ্ষই আদি-শূৰৰ সভাত বাস কৰিছিল; কিন্তু এই উক্তিটো যদি সঁচা হয় তেওঁকেই নৈষধৰ ৰচক শ্ৰীহৰ্ষ বুলি ভুলকৈ ভাবিব নেলাগে।

দ্বাদশ শতিকাৰ শেহৰ ফালে লক্ষ্মণ সেনে বঙ্গত ৰাজত্ব কৰিছিল আৰু জয়দেৱ গোস্বামী তেওঁৰ সভাত আছিল বুলি স্থিৰ সিদ্ধান্ত হৈছে। মই সেই কাৰণে এই সিদ্ধান্তত উপনীত হৈছোঁ যে সাহিত্য-দৰ্পণ দ্বাদশ শতিকাৰ শেহৰ ফালে ৰচিত ॥২১॥

মই সম্প্ৰতি জনা মতে সাহিত্য-দৰ্পণৰ সময় সম্বন্ধে বিপৰীত প্ৰমাণ সিমান নিৰ্ভুল নহয়; কিন্তু মই এই কথা ক'ব পাৰো যে ষষ্ঠদশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ গ্ৰন্থ শ্ৰীৰূপ গোস্বামী ৰচিত নাটক চন্দ্ৰিকাত স্পষ্টকৈ সাহিত্য-দৰ্পণৰ নামৰ উল্লেখ আছে। "নাতীৱ-সঙ্গতত্বাদ্ ভৰতমুনের্মতৰিৰোধাচ্চ। সাহিত্য-দৰ্পণীয়া ন গৃহীতাঃ প্ৰক্ৰিয়াঃ প্ৰায়ঃ[২৬] ॥" [ একেবাৰে সঙ্গত নোহোৱাত, ভৰত মুনিৰ মতৰ বিৰোধী হোৱাত সাহিত্য-দৰ্পণৰ প্ৰক্ৰিয়াবিলাক প্ৰায়ে গ্ৰহণ কৰা হোৱা নাই। ] ॥২২॥

মম্মটভট্টৰ কাব্যপ্ৰকাশ[২৭] নৈষধচৰিতকৈ আগ[২৮] আৰু সেই কাৰণে নৈষধচৰিত দ্বাদশ শতিকাৰ প্ৰথমাৰ্দ্ধত পৰে। মই নৈষধক ইয়াতকৈ আগৰ বুলি ক'ব নোৱাৰোঁ। কিয়নো ৩১৮ পৃষ্ঠাত উদ্ধৃত '...ভোজনৃপতেস্তৎত্যাগলীলায়িতং' এই শ্লোকটোৰপৰা এই কথা স্পষ্টভাৱে ওলাই পৰিছে যে একাদশ শতিকাৰ প্ৰথমাৰ্দ্ধত মালৱত ৰাজত্ব কৰা সেই মহানুভৱ ৰজাজনৰ সময়তকৈ পাচত এইখন লিখা হৈছিল ॥২৩॥

সৰস্বতীকণ্ঠাভৰণখন ৰজা ভোজে নিজেই ৰচনা কৰা বুলি দেখুৱাব

(২৬) মই মিঃ ৰামদাস সেনৰ 'ৰহস্য' প্ৰথম খণ্ড, পৃঃ ১৩৯ ৰ ওপৰত ভিত্তি কৰিয়েই উদ্ধৃতিটো দিছো।

(২৭) পণ্ডিত মহেশচন্দ্ৰ ন্যায়ৰত্নৰদ্বাৰা সম্পাদিত, এটি সুন্দৰ মুখবন্ধেৰে সৈতে এটি উৎকৃষ্ট সংস্কৰণ; কিন্তু সম্পাদকজনে ভৱিষ্যতে সকলোবিলাক উদ্ধৃতিকেই স্পষ্ট কৰি তুলিব লাগে—অৰ্থাৎ সেইবিলাকৰ মূল আৰু তেনে ধৰণৰ বিৱৰণবিলাক দিব লাগে যাতে পাঠকে থিতাতে বিচাৰি উলিয়াব পাৰে।

(২৮) বঙ্গত চলিত এটা জনশ্ৰুতিৰে সৈতে এই কথাৰ মিল আছে।



খোজা হৈছে। সেই কথা সঁচাই হওক বা মিছাই হওক গ্ৰন্থখন যে তেওঁৰ ৰাজত্ব কালতে ৰচিত হৈছিল সেই বিষয়ে অকণো সন্দেহ নাই। এইখন একাদশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ গ্ৰন্থ। দশকুমাৰ চৰিতৰ প্ৰথম ভাগৰ প্ৰথম শ্লোকটি ইয়াত উদ্ধৃত হৈছে আৰু যিসকলে এই সময়টোৰ নিৰ্ভুলতাত সন্দেহ কৰে তেওঁলোকে এই গুৰুত্বপূৰ্ণ প্ৰমাণটোক নুই কৰিবলৈ টান পাব ॥২৪॥

দশৰূপৰ[২৯] সময় সম্পৰ্কেও কোনো বিবাদ হব নোৱাৰে।

(২৯) ডাঃ ফিট্জ্ এড্ৱাৰ্ড হালৰদ্বাৰা সম্পাদিতঃ কলিকতা ১৮৬১-৬২ঃ এইটো বৰ বেয়া সংস্কৰণ নহয়, কিন্তু হ'ৰেচ উইল্চনৰ বিষয়ে হালৰ মন্তব্য-বিলাক সদায়েই কটু আৰু প্ৰায়ে অনুপযুক্ত। উইল্চনে ভাবিছিল যে মূল আৰু অৱলোক বৃত্তি এই দুয়োটাই একেজন মানুহৰদ্বাৰাই ৰচিত আৰু সেইদৰে ভবাটো যথেষ্ট সমীচীনেই হৈছিল। দুয়োটা ভাগেই মুঞ্জৰ ৰাজত্ব কালত ৱিষ্ণুৰ পুত্ৰ এজনে ৰচনা কৰা বুলি কব খোজা হৈছে আৰু যদি টীকাটো বেলেগ এজন পুত্ৰৰদ্বাৰা ৰচিত হ'লহেঁতেন তেনেহলে তাত তাৰ উল্লেখ বা নিৰ্দ্দেশ থাকিলেহেঁতেন। এইটো হিন্দুসকলৰ এটা জনাজাত ৰীতি যে ছন্দৰ হকে যদি প্ৰয়োজন হয় তেনেহলে পণ্ডিত আন কি মানুহৰ নামবিলাকো একে অৰ্থৰ আন পদেৰে প্ৰকাশ কৰা হয়। প্ৰকৃত নাম ধনিক ছন্দৰে সৈতে খাপ নেখায়। সেই কাৰণে শেষৰ শ্লোকটোত ধনঞ্জয় পদটো ব্যৱহাৰ কৰা হৈছিল। আমাৰ এই যুক্তিৰ সপক্ষে জনশ্ৰুতিও আছে; কিন্তু হালে এই আটাইবিলাকলৈকে দৃকপাত কৰা নাই আৰু ধনঞ্জয় আৰু ধনিক দুজন বেলেগ লোক এই বুলি আভ্যন্তৰিক প্ৰমাণ আছে বুলি মত পোষণ কৰিছে আৰু "দশৰূপ আৰু তাৰ ব্যাখ্যাক একেলগে ব্যৱহাৰ কৰা" বুলি উইল্চনক দোষাৰোপ কৰিছে। 'তুল্যসংৱিধানৱিশেষণং'—যিটোৰ অৰ্থ তেওঁৰ মতে "আদান-প্ৰদানৰ তুল্যতা বিশিষ্ট"—তাৰ টীকাত দিয়া অৰ্থৰ প্ৰতি তেওঁৰ অসন্তুষ্টিয়েই আভ্যন্তৰিক প্ৰমাণ। তেওঁ 'বিশেষণ'ৰ যি অৰ্থ কৰিছে তাত আমাৰ আচৰিত হ'বলগীয়া নাই যিহেতু তেওঁৰ তেনে ধৰণৰ আৰু বহু উক্তি আছে। উদাহৰণস্বৰূপে 'সমঃ ৱাণময়ূৰয়োঃ' ইয়াৰ তেওঁ যি অৰ্থ কৰিছে সেইটো আৰু কাব্যপ্ৰকাশৰ মুখবন্ধত ন্যায়ৰত্নৰ তীব্ৰ মন্তব্য

এই গ্ৰন্থ ৰিষ্ণুৰ পুত্ৰ ধনিকৰদ্বাৰা ৰচিত। তেওঁ আমাক কৈছে যে দশম শতিকাৰ শেষাৰ্দ্ধত ৰাজত্ব কৰা মুঞ্জ নৃপতিৰ সভাত তেওঁ আছিল। ৰজাজনৰ উপাধি আছিল 'ৱাক্‌পতিৰাজ' অথবা "ৰজাজন ( যিজন আছিল ) ভাষাৰ প্ৰভু" ( ১৮৪ পৃষ্ঠাত থকা সেই ভাষাৰ গৰাকীজনৰ এটা শ্লোককেই আকৌ ১৮৬ পৃষ্ঠাত স্পষ্টভাৱে মুঞ্জৰ বুলি কোৱা হৈছে। হলায়ুধে তেওঁৰ দ্বাদশ শতিকাৰ শেষাৰ্দ্ধত ৰচিত গ্ৰন্থ মৃতসঞ্জীৱনীছন্দোবৃত্তিত[৩০] উদ্ধৃত কৰা তলৰ পদ্যকেইটিৰপৰাও ৰজাজনৰ তুলনামূলক প্ৰাচীনতাৰ কথা জানিব পাৰি।

ব্ৰহ্মক্ষত্ৰকুলীনঃ প্ৰলীনসামন্ত চক্ৰনুত চৰণঃ।
সকল সুকৃতৈকপুঞ্জঃ শ্ৰীমান্ মুঞ্জশ্চিৰঞ্জয়তি ॥
জয়তি ভুৱনৈকবীৰঃ সীৰায়ুধতুলিত ৱিপুল বল বিভৱঃ।
অনৱৰতবিত্ত ৱিতৰণ নিৰ্জ্জিত চম্পাধিপো মুঞ্জঃ ॥
স জয়তি ৱাক্‌পতিৰাজঃ সকলাৰ্থিমনোৰথৈশক কল্পতৰুঃ।
প্ৰত্যৰ্থীভূত পাৰ্থিৱ লক্ষ্মীহঠ হৰণ দুৰ্ল্ললিতঃ ॥

তুলনীয় )। হালে উইল্‌চনতকৈ সৰহ সংস্কৃত নাটক দেখিবলৈ পাইছিল; কিন্তু তেওঁ তাতো সন্তুষ্ট নহয়। তেওঁ কৈছে—"মই সংস্কৃত নাটকৰ **বিশেষভাৱে** সন্ধান কৰা নাই।" তেওঁ নিশ্চয় সাধাৰণভাৱেই ভাগ্যৱান আছিল। একে ধৰণৰ আন আন দৃষ্টান্তও আছে। তেওঁৰ উক্তিবিলাকো সদায় শুদ্ধ নহয়। তেওঁ কৈছে—"কাব্যপ্ৰকাশৰ ৰচকৰদ্বাৰা উল্লিখিত হয়গ্ৰীৱবধখনৰ ( সাহিত্য-দৰ্পণত ) কোনো উল্লেখ কৰা নাই। ইয়াৰ এটা কথাও সত্য নহয়। মোৰ হাতত থকা কাব্যপ্ৰকাশখনত হয়গ্ৰীৱবধৰ কোনো উল্লেখ মই দেখা নাই আৰু মোৰখন সাহিত্য-দৰ্পণৰ ৯৭ পৃষ্ঠাত ইয়াৰ উল্লেখ কৰা দেখিছো। "হয়গ্ৰীৱ বধে হয়গ্ৰীৱস্য জল ক্ৰীড়াৱৰ্ণনে।" আমি হালৰপৰা এটা নিজা সংস্কৃত টোকা পাইছো ("...ইতি কস্যচিৎ টিপ্‌পনী, পৃঃ ১১১ ) আৰু ভাষাটোৰে সৈতে তেওঁৰ পৰিচয় দেখুৱাবলৈ এয়ে যথেষ্ট।

(৩০) পণ্ডিত বিশ্বনাথ শাস্ত্ৰী সম্পাদিত। পৃঃ ৪৮-৯।



[ ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় কুলোৎপন্ন বিজিত সামন্ত ৰজাসকলৰ দলসমূহে আহি যাৰ চৰণত প্ৰণাম জনায়, সকলো সজকামৰ একমাত্ৰ আধাৰস্বৰূপ শ্ৰীমান মুঞ্জৰ চিৰকাল জয় হয় ॥ পৃথিৱীৰ একমাত্ৰ বীৰ, যাক বিপুল বলৰূপ সম্পদৰ হেতুকে হলায়ুধ বলৰামৰ সৈতে তুলনা কৰিব পাৰি, অনৱৰত ধন বিতৰণ কৰি যি চম্পাধিপতিকো চেৰ পেলাইছে সেই পুঞ্জৰ জয় হয় ॥ সকলো যাচকৰ মনোবাঞ্ছাৰ কাৰণে একমাত্ৰ কল্পতৰু স্বৰূপ বিপক্ষ ৰজাসকলৰ ৰাজলক্ষ্মীক বলেৰে হৰণ কৰাৰ ক্ষেত্ৰত দুৰ্দ্ধৰ্ষ সেই ৱাক্‌পতিৰাজৰ জয় হয়। ] ॥ ২৫ ॥

মূৰাৰি মিশ্ৰৰ অনৰ্ঘৰাঘৱৰ[৩১] উল্লেখ সাহিত্য-দৰ্পণত আছে। সেই কাৰণে ই তাতকৈ আগ; কিন্তু যেহেতু আন তিনিখন অলংকাৰ গ্ৰন্থত ইয়াৰ কোনো উদ্ধৃতি পাবলৈ নাই, সেই কাৰণে ই তাৰ শেহৰখনতকৈ আগ হোৱা সম্ভৱ নহয়। সেই কাৰণে মই অনৰ্ঘৰাঘৱকে দ্বাদশ শতিকাৰ প্ৰথমাৰ্দ্ধত ঠাই দিওঁ। যাক মই ইয়াত আলোচনা নকৰিলেও হব, তেনে এটি অন্তৰঙ্গ প্ৰমাণে মোৰ এই মতটোক নিশ্চয় সমৰ্থন কৰিব। একে সময়তে মই এই কথাও যোগ দিব পাৰোঁ যে ত্ৰয়োদশ শতিকাৰ শেষৰ ফালে ৰচিত[৩২] অনৰ্ঘৰাঘৱৰ এটি টীকাৰ কথা উইল্‌চনে উল্লেখ কৰিছে আৰু নাটকখন নিশ্চয় ইয়াতকৈ সুদীৰ্ঘ কালৰ আগৰ আছিল ॥ ২৬ ॥

বালৰামায়ণৰ[৩৩] উদ্ধৃতি আন কি দশৰূপতো আছে। সেই কাৰণে এই গ্ৰন্থ দশম শতিকাতো আছিল; কিন্তু মাধৱাচাৰ্য্যৰ শঙ্কৰদিগ্‌জয়ৰ[৩৪] পৰা আমি জানো যে ইয়াৰ গ্ৰন্থকাৰ ৰাজশেখৰ সংস্কাৰক

(৩১) পণ্ডিত জীৱানন্দ বিদ্যাসাগৰ বি, এ দ্বাৰা সম্পাদিত।

(৩২) হিন্দু থিয়েটাৰ, খণ্ড-২, পৃঃ ৫৮৩।

(৩৩) প্ৰঃ গোবিন্দদেৱ শাস্ত্ৰীৰদ্বাৰা সম্পাদিত।

(৩৪) কৃষ্ণজী গণপৎজীৰদ্বাৰা বম্বেত মুদ্ৰিত। এচিয়াটিক চ'চাইটি অৱ্ বেঙ্গলৰদ্বাৰা প্ৰকাশিত। আনন্দগিৰিৰ শঙ্কৰ বিজয়ৰে সৈতে একে বুলি এইখনক ভুল কৰিব নেলাগে।

শঙ্কৰাচাৰ্য্যৰ সমসাময়িক আছিল। যেহেতু মাধৱাচাৰ্য্য নিজেই দাক্ষিণাত্যৰ লোক আছিল। তেওঁ এই বিষয়ে এটা ভুল কৰিব যেন নেলাগে আৰু আমি সহজে বালৰামায়ণৰ সম্ভাব্য সময় বুলি স্থিৰ কৰিব পাৰোঁ ॥২৭॥

মই পঢ়ি জনাত এতিয়ালৈকে ছপা হোৱা এইকিখনেই ৰাম বিষয়ক নাটক। দশৰূপ আৰু সাহিত্য-দৰ্পণত থকা উদ্ধৃতিবিলাকৰপৰা যি জনা যায় আন কিছুমানো ৰাম বিষয়ক নাটক আছিল; কিন্তু সেইবিলাক হয়তো কালৰ কুটিল গতিত নষ্ট হৈ গ'ল। এই নাটকবিলাকৰ বিষয়ে মই দিয়া বিৱৰণ সম্পূৰ্ণ কৰিবৰ কাৰণে সেইবিলাকৰ বিষয়ে আমি যি জানো এইখিনিতে কব পাৰি ॥২৮॥

দশৰূপত উদাত্তৰাঘৱ আৰু ছলিত ৰাম, এই দুয়োখনৰে উদ্ধৃতি পোৱা যায়। গতিকে এই শ্ৰেণীৰ নাটকৰ ভিতৰত এই দুখনেই বোধকৰোঁ আটাইতকৈ ভালদৰে জনাজাত আৰু প্ৰাচীনতম। মায়ুৰাজ প্ৰথম নাটকখনৰ ৰচক; এই নাটখনৰ বিষয়-বস্তু দেখা দেখিকৈয়ে ভৱভূতিৰ বীৰচৰিতৰ সৈতে একে[৩৫]। সাহিত্য-দৰ্পণ আৰু দশৰূপত থকা তলত দিয়া ইয়াৰ উদ্ধৃতিবিলাকেই ইয়াৰ ৰীতি সম্পৰ্কে এটা ভাল ধাৰণা দিব।

জীয়ন্তে জয়িনো নিশান্ত তিমিৰব্ৰাতৈৰ্ৱিয়দ্ব্যাপিভি-
ৰ্ভাস্বন্ত সকলা ৰবেৰপি কৰাঃ কস্মাদকস্মাদমী।
এতে চোগ্ৰকবন্ধকাঠৰুধিৰৈৰাধ্মায় মানোদৰা
মুঞ্চন্ত্যাননকন্দৰাননমুচস্তীব্ৰান্ ৱৰান্ ফেৰৱাঃ॥ সাহিত্য-দৰ্পণ, পৃঃ ১৬৯ [আকাশ আগুৰি ধৰা শেষ নিশাৰ অন্ধকাৰসমূহে বিজয়ী আৰু উজ্জ্বল সূৰ্য্যৰ ৰশ্মিক কেনেকৈ এয়া ম্লান কৰি পেলাইছে। ভয়ঙ্কৰ কবন্ধবিলাকৰপৰা ওলোৱা তেজ পি পেট

(৩৫) "যথা ছদ্মনা বালিবধো মায়ুৰাজেনোদাত্তৰাঘৱে পৰিত্যক্তঃ।" [উদাহৰণস্বৰূপে মায়ুৰাজে উদাত্তৰাঘৱত ছলেৰে বালি বধৰ কথা পৰিত্যাগ কৰিছে।] দশৰূপ পৃঃ ১২৩।



উখহি পৰা আৰু মুখগহ্বৰৰপৰা জুই উলিয়াই থকা এই শিয়ালবিলাকে এয়া তাণ্ডৱকৈ আৰাও কৰিছে।]

---

ৰামো মূৰ্দ্ধ্নি নিধায় কাননমগান্মালামিৱাজ্ঞাং গুৰো
স্তদ্ভক্ত্যা ভৱতেন ৰাজ্যমখিলং মাত্ৰা সহৈৱোজ্ঝিতম্।
তৌ সুগ্ৰীৱৱিভীষণাৱনুগতৌ নীতৌ পৰাং সম্পদং
প্ৰোৎসিক্তা দশকন্ধৰ প্ৰভৃতয়ো ধ্বস্তাঃ সমস্তা দ্বিষঃ॥

সাহিত্য-দৰ্পণ, পৃঃ ১৩০। [ৰামে গুৰুজনৰ আজ্ঞাক মালাৰদৰে শিৰত লৈ বনলৈ গ'ল। তেওঁৰ প্ৰতি ভক্তিৰ কাৰণেই ভৰতে মাতৃৰে সৈতে সমগ্ৰ ৰাজ্য ত্যাগ কৰিলে। সেই সুগ্ৰীৱ আৰু বিভীষণে তেওঁ অনুগত হোৱাত পৰম সম্পদ লাভ কৰিলে; আৰু দশকন্ধৰ ৰাৱণ আদি দপান্ধ সকলোবিলাক শত্ৰু ধ্বংস পালে।]

---

চিত্ৰমায়ঃ। (সসম্ভ্ৰমম্) ভগৱন্ কুলপতে ৰামভদ্ৰ পৰিত্ৰায়তাং পৰিত্ৰায়তাম্ (ইত্যাকুলতাং নাটয়তি)। [চিত্ৰমায়—(বিতত হৈ)—ভগৱান কুলপতি ৰামভদ্ৰ, পৰিত্ৰাণ কৰক, পৰিত্ৰাণ কৰক (এই বুলি আকুলতাৰ অভিনয় কৰে)]।

চিত্ৰমায়ঃ।—মৃগৰূপং পৰিত্যজ্য ৱিধায় ৱিকটং বপুঃ।
নীয়তে ৰক্ষসানেন লক্ষ্মণো যুধি সংশয়ম্॥

ৰামঃ।— ৱৎসস্যাভয়বাৰিধেঃ প্ৰতিভয়ং মন্যে কথং ৰাক্ষসাৎ
ত্ৰস্তশ্চৈষ মুনিৰ্ৱিৰৌতি মনসশ্চাস্ত্যেৱ মে সম্ভ্ৰমঃ।
মা হাসীৰ্জনকাত্মজামিতি মুহুঃ স্নেহাদ্গুৰুৰ্যাচতে
ন স্থাতুং ন চ গন্তুমাকুলমতেৰ্মূঢ়স্য মে নিশ্চয়ঃ॥

দশৰূপ, ১৫৫-৬।

[চিত্ৰমায়—মৃগৰূপ ত্যাগ কৰি ভয়ঙ্কৰ শৰীৰ ধাৰণ কৰি এই ৰাক্ষসে যুদ্ধত লক্ষ্মণক সংশয়ত পেলাইছে।

ৰাম—নিৰ্ভয়তাৰ সমুদ্ৰস্বৰূপ ভাই লক্ষ্মণৰ আকৌ ৰাক্ষসৰপৰা ভয় হৈছে বুলি কেনেকৈ ভাবিব পাৰোঁ। আন হাতে এই মুনি-

জনে ভয়ত চিঞৰিছে আৰু মোৰো মনত সংশয় হৈছে। গুৰুজনে চেনেহতে বাৰে বাৰে কৈছে বোলে জানকীক এৰি থৈ নেযাবা। তেনে স্থলত মোৰ বুদ্ধি আকুল হৈ পৰিছে আৰু বিমূঢ় হৈ মই থাকিমেই নে যামেই একো নিশ্চয় কৰিব পৰা নাই। ]

ৰাক্ষসঃ।—তাৰন্তস্তে মহাত্মানো নিহতাঃ কেন ৰাক্ষসঃ।

যেষাং নায়কতাং যাতাস্ত্রিশিৰঃ খৰদূষণাঃ॥

দ্বিতীয়ঃ।—গৃহীতধনুষা ৰামহতকেন।

[ৰাক্ষস—তোমাৰ সেই সিমানবিলাক মহাত্মা ৰাক্ষস, যিবিলাকৰ নায়ক আছিল ত্রিশিৰ, খৰ আৰু দূষণ, সিহঁতক কোনে বধ কৰিলে ?

দ্বিতীয়—ধনুৰ্দ্ধাৰী হতভগীয়া ৰামে। ]

দ্বিতীয়ঃ।—অদৃষ্ট্বা কঃ প্রত্যেতি ? পশ্য তাৰন্তোঽস্মদ্‌বলস্য

সদ্যশ্ছিন্নশিৰঃ শ্বভ্ৰমজ্জৎ কঙ্ককুলাকুলাঃ।

কবন্ধাঃ বেবল জাতাস্তালোত্তালা ৰণাঙ্কণে॥

প্রথমঃ।—সখে যদ্যেৱং তদহমেৱং বিধঃ কিং কৰৱাণি।

দশৰূপ, পৃঃ ১৪৪।

[ দ্বিতীয়—নেদেখিলে কোনে বিশ্বাস কৰিব নহয় ? তেনেহলে আমাৰ বলৰ পৰিমাণ চোৱাঁ।

এই মাত্র শিৰ ছিন্ন কৰাত হোৱা গাঁতবিলাকত কাউৰীয়ে আহি জুমে জুমে পৰি আকুল কৰি তোলা কবন্ধবিলাকে ৰণস্থলিত কেৱল তালে তালে মতলীয়া হৈ নাচিছে। ] ॥ ২৯ ॥

ছালত ৰামখন, ইয়াৰ নামটোৱে দেখুৱা মতে, ৰামৰ উত্তৰ জীৱনক লৈ ৰচিত হৈছিল আৰু দেখাদেখিকৈয়ে ই এখন জনপ্রিয় নাটক আছিল। দশৰূপত ইয়াৰপৰা তলত দিয়া উদ্ধৃতিবিলাক আছে।

ৰাম ঃ। লক্ষ্মণ, তাতবিযুক্তামযোধ্যাং ৱিমানস্থো নাহং প্রৱেষ্টুং শক্নোমি। তদবতীর্য গচ্ছামি।

কোঽপি সিংহাসনস্যাধঃ স্থিতঃ পাদুকয়োঃ পুৰঃ।

জটাৱানক্ষমালী চ চামৰী চ বিৰাজতে॥ পৃঃ ১৬৬-৭



যেনাবৃত্য মুখানি সামপঠতামত্যন্তমায়াসিতং

ৱাল্যে যেন হৃতাক্ষসূত্রৱলয় প্রত্যর্পণৈঃ ক্রীড়িতম্।

যুষ্মাকং হৃদয়ং স এষ ৱিশিখৈৰাপূৰিতাংসস্থলী

মূৰ্চ্ছা ঘোৰতমঃ প্রৱেশৱিৱশো ৱধ্বা লৱো নীয়তে॥ পৃঃ ৩৮

সীতা। জাদ কল্লং ক্‌খু তুহ্মেহিং অজুজ্‌ঝা এ গন্তৱ্যম্। তহিং সো ৰাআ বিণএণ ণমিদব্বো।

লৱঃ। অথ কিমাৱাভ্যাং ৰামোপজীৱিভ্যাং ভৱিতৱ্যম্ ?

সীতা। জাদ সো ক্‌খু তুহ্মাণং পিদা।

লৱঃ। কিমাৱয়োৰ্ৰঘুপতিঃ পিতা।

সীতা। ( সাশঙ্কং ) মা অন্নধা সংকধং ন ক্‌খু তুহ্মাণং স অলাত্রজ্জেৱ পুহৱীত্র ত্তি।

[ ৰাম—লক্ষ্মণ, পিতৃহীন অযোধ্যাত মই বিমানেৰে প্রৱেশ কৰিব নোৱাৰোঁ। সেই কাৰণে খোজকাঢ়িয়েই যাওঁ। সিংহাসনৰ তলত, খৰম জোৰৰ আগত জটা, অক্ষমালা আৰু চোৱৰ লৈ থকা কোনোবা এজনক দেখা গৈছে সামবেদ পাঠ কৰি থকাসকলৰ মুখবিলাক ঢাকি ধৰি যি অত্যন্ত কষ্ট দিছিল, বাল্য কালত যি ল'ৰাটিয়ে অক্ষমালাবিলাক চুৰ কৰি নি আকৌ ঘূৰাই দি ধেমালি কৰিছিল, যাৰ কান্ধ দুখন কাঁড়েৰে ভৰি পৰিছে, যিটিয়ে মূৰ্চ্ছাৰূপ ঘোৰ অন্ধকাৰত প্রৱেশ কৰি বিৱশ হৈ পৰিছে, সেই তোমালোকৰ হৃদয়স্বৰূপ লৱকেই বন্দী কৰি লৈ গৈছে।

সীতা—সোণ, কাইলৈ তোমালোক অযোধ্যালৈ যাবা। তাত সেই ৰজাজনক বিনয়ভাৱেৰে প্রণাম কৰিবা।

লৱ—তেনেহলে আমি দুয়ো ৰামৰ সেৱক হ'বগৈ লাগিব ?

সীতা—সোণ, তেওঁচোন তোমালোকৰ পিতা।

লৱ—কি, ৰঘুপতি আমাৰ দুয়োৰে পিতা নে কি ?

সীতা—( শঙ্কাৰে ) নহয়, আন চিন্তা নকৰিবা, অকল তোমালোকৰেই নহয় গোটেই পৃথিৱীৰেই। ] ॥ ৩০ ॥

কুন্দমালাখনো ৰামৰ উত্তৰ জীৱনৰ ইতিহাসক লৈ ৰচিত আৰু সাহিত্য-দৰ্পণত ইয়াৰপৰা তলত দিয়া উদ্ধৃতিবিলাক আছে।

নেপথ্যে। ইত ইতোঽৱতৰত্বাৰ্যা।

সূত্ৰধাৰঃ। কোঽয়ং খল্বাৰ্যাহ্বানে সহায়কং মে সম্পাদয়তি। ( বিলোক্য ) কষ্টমতিকৰুণং ৱৰ্ত্ততে।

লঙ্কেশ্বৰস্য ভুৱনে [ ভৱনে ? ] সুচিৰ স্থিতেতি
ৰামেন লোকপৰিৱাদভয়াকুলেন।
নিৰ্বাসিতাং জনপদাদপি গৰ্ভগুৰ্ব্বীং
সীতাং ৱনায় পৰিকৰ্ষতি লক্ষ্মণোঽয়ম্॥ পৃ ১৩৩

[ নেপথ্যত—এইফালে, এইফালে অৱতৰণ কৰক আৰ্য্যা।

সূত্ৰধাৰ—আৰ্য্যাক আহ্বান কৰা কাৰ্য্যত এয়া কোনেনো মোক সহায় কৰিছে। (চাই) হায় অতি করুণ কথা।

লঙ্কেশ্বৰৰ ৰাজ্যত ( ভৱনত ) বহুকাল আছিল—এই সামাজিক অপবাদটোৰ ভয়ত আকুল হৈ গুৰু গৰ্ভ ধাৰণ কৰা অৱস্থাতো ৰাজ্যৰপৰা নিৰ্ব্বাসিত কৰা সীতাক এয়া লক্ষ্মণে বনলৈ আজুৰি আনিছে। ]

———

দিৱি বা ভুৱি ৱা মমাস্তু ৱাসোনৰকে ৱা নৰকান্তকে প্ৰকামস্।
অৱধীৰিত শাৰদাৰবিন্দৌ চৰণৌ তে মৰণেঽপি চিন্তয়ামি॥ পৃঃ ৯৫

[ হে নৰকান্তক ( বিষ্ণু ) মোৰ বাস স্বৰ্গতে হওক বা পৃথিৱীতে হওক বা ঘোৰ নৰকতে হওক তথাপি শৰৎকালৰ পদুমকো চেৰ পেলাই যোৱা তোমাৰ চৰণ দুটিক মৰণতো চিন্তা কৰিম। ]॥ ৩১॥

জানকী ৰাঘৱ আৰু ৰাঘৱাভ্যুদয়—দুইখনেই ৰামৰ আগতীয়া কাহিনীৰ বিষয়ে যেন লাগে। সাহিত্য-দৰ্পণত এই দুখন নাটকৰপৰা তলত দিয়া উদ্ধৃতি দুটা দিয়া আছে।

লীলাগতৈৰপি তৰঙ্গয়তো ধৰিত্ৰীম্
আলোকনৈৰ্নময়তাং জগতাং শিৰাংসি।



তস্যানুমাপয়তি কাঞ্চনকান্তিগৌৰ—
কায়স্য সূৰ্য্যতময়ত্বমধৃষ্যতাঞ্চ॥ পৃ ১৫৫

[ যাৰ লয়লাস গতিয়েও পৃথিৱীক কঁপাই তোলে, চকুত দৃষ্টিৰেই যি সকলো জগতৰ শিৰ দোঁ খুৱাব পাৰে সেই গৌৰকায় লোকজনৰ সোণৰ দৰে কান্তিয়ে তেওঁ যে সূৰ্য্যৰ তনয় আৰু অপৰাজেয় এই কথা অনুমান কৰায়। ]

———

লক্ষ্মণ—সমুদ্ৰাভ্যৰ্থনয়া গন্তমুদ্যতোঽসি কিমেতৎ। পৃঃ ১৮৭

[ লক্ষ্মণ—সমুদ্ৰৰ অভ্যৰ্থনা পাই যাবলৈ প্ৰস্তুত হৈছা নেকি ? ]॥ ৩২॥

মই এই কথা অনুমান কৰিবলৈ সাহ কৰোঁ যে তলত দিয়া মহানাটকৰ শ্লোকটো ( ৬/৭৫ ) এই বচনটিৰ লগত জড়িত আৰু যদি নাটকখন এতিয়াও পোৱা গ'লহেঁতেন তেনেহলে ৰাঘৱাভ্যুদয়ত থাকিলহেঁতেন।

যাচ্ঞা দৈন্যপৰাভৱ প্ৰণয়িনী নেক্ষ্বাকুভিঃ শিক্ষিতা
সেৱা সংৱলিতঃ কদা ৰঘুকুলে মৌলৌ নিবদ্ধোঽঞ্জলিঃ।
তৎ সৰ্ব্বং বিহিতং তথাপ্যুদধিনা নৈৰোপৰোধঃ কৃতঃ
পাণিস্তং প্ৰতি সম্প্ৰতি প্ৰতিপদং স্প্ৰষ্টুং ধনুৰাঞ্চতি॥

[ দৈন্য আৰু পৰাভৱৰ লগৰীয়া যাচ্ঞা ইক্ষ্বাকু বংশীয়সকলে কেতিয়াও শিকা নাই। ৰঘুকুলৰ কোনেও কেতিয়াও সেৱাৰ ভাৰেৰে শিৰত অঞ্জলি স্থাপন কৰা নাই। সেই সকলোকে কৰা হ'ল কিন্তু সমুদ্ৰই অনুৰোধ নেৰাখিলে। সম্প্ৰতি পদে পদে সমুদ্ৰৰ বিৰুদ্ধে ধনু ধাৰণ কৰিবৰ কাৰণে হাতখনে ইচ্ছা কৰিছে। ]॥ ৩৩॥

পৃষ্ঠা ২০৩ ত বিশ্বনাথ কৱিৰাজে আমাক কৈছে যে তেওঁ ৰাঘৱবিলাসৰ ৰচক আৰু গ্ৰন্থকাৰৰ নিজা বুলি অভিহিত সাহিত্য-দৰ্পণত উদ্ধৃত শ্লোকবিলাকৰ কিছুমান খুব সম্ভৱ এই নাটকৰপৰাই লোৱা ; কিন্তু এই বিষয়ত আৰু দশৰূপত উল্লেখ থকা তেনে ধৰণৰ আন নাটকবিলাকৰ বিষয়ে মোৰ জ্ঞান একেবাৰে সঠিক নহয়॥ ৩৪॥

ভৱভূতিৰ সময় স্থিৰ কৰাৰ বেলিকা মই নিশ্চয় আমি সম্পূৰ্ণৰূপে জনা নাটকবিলাকতহে আৱদ্ধ থাকিব লাগিব আৰু সেইবিলাকৰ আভ্যন্তৰীণ প্ৰমাণে দেখুৱায় যে সেই সকলোবিলাকতকৈ ভৱভূতি আগ আৰু ৰামৰ জীৱনক নাটকৰ ৰূপ দিওঁতা তেৱেঁই প্ৰথম নাট্যকাৰ। তেওঁৰ বীৰচৰিতত সেই ক্ষেত্ৰৰ কোনো আগতীয়া নাট্যকাৰৰ বিষয়ে ন্যূনতম উল্লেখো নাই। তেওঁ কেৱল বাল্মীকিৰ মহান্ গ্ৰন্থখনৰ[৩৬] উল্লেখ কৰিছে আৰু নটে স্পষ্টভাৱে কৈছে যে তেওঁৰ নাটকখন নতুন[৩৭] ॥ ৩৫ ॥

বাকী থকা ৰাম বিষয়ক নাটককেইখনৰ ভিতৰত সবাতোকৈ পুৰণি বালৰামায়ণে তলত দিয়া শ্লোকটিত স্পষ্টভাৱেই এই বিষয়লৈ আঙুলিয়াইছে।

বভূৱ বাল্মীকভৱঃ কৱিঃ পুৰা ততঃ প্ৰপেদে ভুৱি ভৰ্তৃমেন্থতাম্।
স্থিতঃ পুনৰ্যো ভৱভূতিৰেখয়া স ৱৰ্ত্ততে সম্প্ৰতি ৰাজশেখৰঃ ॥ ১/১৬

[ পুৰণি কালত কৱি আছিল বাল্মীকি। তাৰ পাচত তেওঁ পৃথিৱীত ভৰ্ত্তৃহৰিৰ ৰূপ ললে। তাৰ পাচত যিজনেই আকৌ ভৱভূতি ৰূপ ললে তেৱেঁই সম্প্ৰতি ৰাজশেখৰ ৰূপে বিৰাজ কৰিছে। ]

দ্বিতীয় শাৰীয়ে দেখাদেখিকৈয়ে ভট্টিকাব্যৰ কথা কৈছে ; কিন্তু

(৩৬) প্ৰাচেতসো মুনিবৃষা প্ৰথমঃ কৱীনাং যৎপাৱনং ৰঘুপতেঃ প্ৰণিনায় বৃত্তম্।
ভক্তস্য তত্ৰ সমৰংসত মেঽপি ৱাচঃ তৎসুপ্ৰসন্নমনসঃ কৃতিনো ভজন্তাম্ ॥ ১/৭

[ আদি কৱি মুনিশ্ৰেষ্ঠ বাল্মীকিয়ে ৰঘুপতিৰ যি পৱিত্ৰ চৰিত ৰচনা কৰিছিল সেই বিষয়তেই ভক্ত মোৰো বচন প্ৰযুক্ত হৈছে। সুপ্ৰসন্ন চিত্তেৰে কৃতিসকলে তাৰ আস্বাদন কৰক।

(৩৭) কিন্তু অপূৰ্বত্বাৎ প্ৰবন্ধস্য কথাপদেশং সমাৰম্ভে জ্ঞাতুমিচ্ছন্তি।

[ কিন্তু এই গ্ৰন্থ নতুন কাৰণে ( দৰ্শকসকলে ) তাৰ কথা ভাগ আৰম্ভতে জানিবলৈ ইচ্ছা কৰিছে। ]



পাঠটো ভ্ৰান্ত। তৃতীয় শাৰীয়ে ভৱভূতিৰ কথা কৈছে আৰু চতুৰ্থ শাৰীয়ে নাটকখনৰেই ৰচকৰ কথা কৈছে ॥ ৩৬ ॥

অনৰ্ঘৰাঘৱ আৰু প্ৰসন্নৰাঘৱত তেনে কোনো স্পষ্ট উল্লেখ নাই ; কিন্তু দুয়োখন নাটকৰ ৰচকেই স্বীকাৰ কৰিছে যে আন কি তেতিয়াই ৰামৰ জীৱনীটো এটা পুৰণি বিষয়-বস্তু হৈ পৰিছিল। প্ৰথমখনে কৈছে—অয়স্তু প্ৰাচেতসীয়ং কথাবস্তু বহুভিঃ প্ৰণীতমপি প্ৰযুঞ্জানো নাপৰাধ্যতি শ্ৰোত্ৰিয়পুত্ৰঃ। পশ্য—

যদি ক্ষুণ্ণং পূৰ্ব্বৈৰিতি জহতি ৰামস্য চৰিতং
গুণৈৰেতাৱদ্ভিৰ্জগতি পুনৰন্যো জয়তি কঃ।
স্বমাত্মানং তদ্ গুণ গৰিম গম্ভীৰ মধুৰ—
স্ফুৰদ্‌বাগ্ ব্ৰহ্মাণঃ কথমুপকৰিষ্যন্তি কৱয়ঃ ॥ ১/৯

[ এই ৱাল্মীকিৰপৰা ওলোৱা কথা-বস্তুকে অৱলম্বন কৰি বহুতে গ্ৰন্থ প্ৰণয়ন কৰিছে যদিও তাকে আকৌ প্ৰয়োগ কৰাত শ্ৰোত্ৰিয় পুত্ৰৰ একো অপৰাধ হোৱা নাই। কাৰণ, চোৱাঁ—

যদি পূৰ্ব্ববৰ্ত্তীসকলে প্ৰয়োগ কৰিছে বুলিয়েই ৰামৰ চৰিত ত্যাগ কৰে তেনেহলে ইমানখিনি গুণেৰে আন কোনে জগত জয় কৰিব আৰু সেই সেই গুণ-গৰিমাৰদ্বাৰা গভীৰ আৰু মধুৰ-ভাৱে প্ৰকাশ পোৱা বাণীৰ প্ৰতি ব্ৰহ্মাস্বৰূপ কৱিসকলে বা নিজকে নিজে কিহেৰে উপকৃত কৰিব ?

দ্বিতীয়খনত আছে—কথং পুনৰমী কৱয়ঃ সৰ্ব্বে ৰামচন্দ্ৰমেৱ ৱৰ্ণয়ন্তি।

সূত্ৰ। নায়ং কৱীনাং দোষঃ। যতঃ

স্বসূক্তীনাং পাত্ৰং ৰঘুতিলকমেকং কলয়তাং
কৱীনাং কো দোষঃ স তু গুণগণানামৱগুণঃ।
যদেতৈৰ্নিঃশেষৈৰপৰ গুণ লুব্ধৈৰিৱ জগ—
ত্যসাৱেকশ্চক্ৰে সতত সুখ সংৱাসৱসতিঃ ॥ ১/১২

[ কিয় এই সকলোবিলাক কৱিয়ে কেৱল ৰামচন্দ্ৰকে বৰ্ণনা কৰে ?

সূত্ৰ। এইটো কৱিসকলৰ দোষ নহয়, কিয়নো—

সকলো সজ বচনৰ পাত্ৰ একমাত্ৰ ৰঘুতিলকক বৰ্ণনা কৰা কৱিসকলৰ কি দোষ, তেওঁচোন সকলো গুণৰে ওপৰত। যেহেতু আনৰ গুণৰ প্ৰতি যেন লুব্ধ এই সমগ্ৰ গুণৰ সৈতে পৃথিৱীত অকল এৱেঁইহে যেন সুখেৰে বাস কৰিছিল। ] ॥ ৩৭ ॥

এই সকলোবিলাক নাটকেই ভৱভূতিৰ বীৰচৰিতৰ ওচৰত বহু পৰিমাণে ঋণী। মই এই কথা মোৰ জানকীৰাম ভাষ্যত দেখুৱাইছো আৰু মোৰ পাঠকসকলক তাত উদ্ধৃত অংশবিলাকক ভৱভূতিৰ ভাষাৰ সৈতে বিজাই চাবলৈকে ক'ম। অনৰ্ঘৰাঘৱৰ ৰচক তেওঁৰ ওচৰত আটাইতকৈ ঋণী। তেওঁৰ ৰচনা-ৰীতি ভৱভূতিৰ ৰচনা-ৰীতিৰ ওপৰত ভিত্তি কৰা আৰু তেওঁৰ নাটকখনৰ প্ৰায় প্ৰত্যেক পৃষ্ঠাতেই তেওঁ যে ৰাম বিষয়ক নাটকৰ প্ৰৱৰ্ত্তকজনৰ ওচৰত ঋণী এই কথা দেখুৱাই গৈছে। জয়দেৱৰ ৰচনা-ৰীতি নিজা, কিন্তু তেওঁৰ নাটকখন বহুতো লিখকৰ ওচৰত বিশেষকৈ কালিদাস, ৰাজশেখৰ আৰু ভৱভূতিৰ ওচৰত ঋণী। প্ৰসন্নৰাঘৱৰ সমগ্ৰ পঞ্চম অঙ্কটো ভৱভূতিৰ উত্তৰ চৰিতৰ তৃতীয়াঙ্গৰ আৰ্হিত লিখা ॥ ৩৮ ॥

ভৱভূতিৰ বীৰ চৰিতৰ প্ৰাচীনত্ব এই তথ্যৰপৰাও অনুমান কৰিব পাৰি যে ভৱভূতি ৰামায়ণত উল্লেখ থকা চৰিত্ৰবিলাকতে আৰদ্ধ আছে যেনে স্থলত তেওঁৰ পাচৰসকলে নিজৰ গ্ৰন্থবিলাকক অভিনৱত্ব দিবৰ কাৰণে নতুন নাম সাজি লবলৈ বাধ্য হৈছে। মাথুৰ আৰু কোহল, পণ্ডমেট্ৰ আৰু সৌস্খল, এইবিলাক নাম বাল্মীকিৰ গ্ৰন্থত পাবলৈ নাই ॥ ৩৯ ॥

মোৰ সেই কাৰণে দৃঢ় বিশ্বাস যে এই সকলোবিলাক লিখকতকৈ ভৱভূতি আগ। আমি তেওঁৰ মালতী মাধৱৰপৰা জানো যে তেওঁৰ নিজৰ সময়ত তেওঁ এজন জনপ্ৰিয় লিখক নাছিল। সেই কাৰণে তেওঁৰ নাটকবিলাক ভাৰতৰ দূৰ দূৰান্তলৈ বিয়পি পৰাৰ আগতে



আৰু আমাৰ পূৰ্ব্বপুৰুষসকলৰ এই অমৰ ভাষাটিৰ সৈতে তেওঁৰ যশ ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰাৰ আগতে এশতকৈয়ো অধিক বছৰ নিশ্চয় পাৰ হৈ গৈছিল। বালৰামায়ণৰ দিনত তেওঁ ইতিমধ্যেই এজন বৰেণ্য লেখক হৈ পৰিছিল। ইতিমধ্যে উদ্ধৃত শ্লোকটিৰপৰাই যে কেৱল এই কথা ধৰা পৰে এনে নহয়; কিন্তু আকৌ চতুৰ্থাঙ্কৰ আৰম্ভতে ভৱভূতিক ছাত্ৰৰূপে প্ৰদৰ্শন কৰাৰপৰাও এই কথা বুজিব পাৰি। এইখন যে এখন সপ্তম শতিকাৰ নাটক, সেই কথা দেখুৱাবলৈ খুব ভাল প্ৰমাণ আছে বুলি মই ইতিমধ্যেই দেখুৱাইছো। মই সেই কাৰণে ভৱভূতিক পঞ্চম শতিকাৰ পাচত ঠাই দিব নোৱাৰোঁ। ॥ ৪০ ॥

দেখাত এই সিদ্ধান্তৰ বিপক্ষে বহুতো আপত্তি হব পাৰে। মই এটা এটাকৈ সেইবিলাক আলোচনা কৰিম ॥ ৪১ ॥

সৰ্ব্বপ্ৰথমে চাবলৈ গলে, ভোজপ্ৰবন্ধই আমাক কৈছে যে ভৱভূতি বাৰাণসীৰপৰা ধাৰাৰ ৰজা মুঞ্জৰ ভতিজাক ভোজৰ ৰাজসভালৈ আহিছিল[৩৮]। এই কথাই তেওঁক এজন একাদশ শতিকাৰ লেখক কৰি তুলিব। ইয়াৰ অলীকতা এই তথ্যৰপৰাই প্ৰমাণ হব যে তেওঁৰ সকলোকিখন নাটকৰপৰা উদ্ধৃতি অকল যে ভোজদেৱৰ সৰস্বতীকণ্ঠাভৰণতে আছে এনে নহয়, কিন্তু ভোজৰ পূৰ্ব্বৱৰ্ত্তী মুঞ্জৰ ৰাজসভাৰে এজন পণ্ডিতে লেখা বুলি স্পষ্টভাৱে কোৱা দশৰূপতো[৩৯] আছে; কিন্তু কেইজনমান পণ্ডিত আছে যিসকলে ভোজপ্ৰবন্ধক সম্পূৰ্ণ মূল্যহীন বুলি স্বীকাৰ নকৰে[৪০]। পিচে ধাৰাৰ উল্লেখেই

(৩৮ "ৱাৰাণসী দেশাদাগতঃ কোঽপি ভৱভূতিৰ্ণাম কৱিৰ্দ্বাৰি তিষ্ঠতীতি" ভোজপ্ৰবন্ধ পৃঃ ৭৪ [ বাৰাণসী দেশৰপৰা অহা কোনোবা এজন ভৱভূতি নামৰ কৱি দুৱাৰত ৰৈছেহি। ]

(৩৯) "আৱিষ্কৃতং মুঞ্জমহীশগোষ্ঠী বৈদগ্ধ্যভাজা দশৰূপমেতৎ ॥" (৪-৮০) [ মুঞ্জ নৃপতিৰ পণ্ডিতসমাজৰ বিদগ্ধ লোকজনৰদ্বাৰা এই দশৰূপ বিৰচিত হ'ল। ]

(৪০) "ভোজপ্ৰবন্ধস্য নিঃসাৰতয়া……" [ ভোজপ্ৰবন্ধৰ অসাৰতাৰ হেতুকে—— ], ন্যায়ৰত্নৰ কাব্যপ্ৰকাশ, মুখবন্ধ, পৃঃ ২২, পাদটীকা।

দেখুৱায় যে এইখন অৰ্ব্বাচীন আৰু একেটা দলতে কালিদাস, মাঘ আৰু মল্লিনাথক সানমিহলি কৰি পেলোৱা কথাটোৱেই ইয়াৰ সময় নিৰ্ণয় কৰাৰ উপৰিও স্বৰূপটো দেখুৱাই দিয়াত যথেষ্ট। ডাঃ এইচ্, কাৰ্ণে এইখন এখন জোৰা-টাপলি মৰা গ্ৰন্থ বুলি কোৱা সম্পূৰ্ণ ঠিক হৈছে; কিন্তু ইয়াত বহুল পৰিমাণে থকা অসম্ভৱ কথা-বিলাক যদি একেবাৰে নেথাকিলেহেঁতেন তেতিয়াও 'ইয়াত (উদ্ধৃত) শ্লোকবিলাকৰ বহুমুখী ৰূপে গ্ৰন্থখনৰ মূল্য বঢ়াই তুলিছে' বোলা কথাষাৰহে কেনেকৈ সঁচা হয়, মই বুজি নেপালো॥ ৪২॥

সি যিকি নহওক, মই এইখিনিতে মন্তব্য কৰা উচিত হ'ব যে 'ভোজ' বোধকৰোঁ৷ ব্যক্তিৰ নাম নহয়, বংশৰ নামহে আৰু মুঞ্জৰ ভতিজাক প্ৰখ্যাত ভোজ জনৰ নহলেও আন কোনোবা এজন ভোজৰ ৰাজ-সভাত ভৱভূতি থকাটো অসম্ভৱ নহয়। ৰঘুবংশৰ এক সাৱধান অধ্যয়নৰপৰা এই কথা স্পষ্ট হৈ পৰিব। ৰঘুবংশ ৫-৩৯ ত কালিদাসে কৈছে "ভোজেন দূতো ৰঘৱে রিসৃষ্টঃ" "ভোজে ৰঘুৰ ওচৰলৈ এজন দূত পঠালে।" একেজন ৰজাৰ কথাকে ৭-২৯ ত কৈছে—"ভোজকুলপ্ৰদীপঃ" "ভোজবংশৰ প্ৰদীপ" আৰু ৭-২০ ত তেওঁক "ভোজপতিঃ" অৰ্থাৎ ভোজসকলৰ গৰাকী বুলিছে। ৰঘু, ৭-১ ত তেওঁ আমাক স্পষ্টভাৱে কৈছে যে ইন্দুমতী সেই ৰজাজনৰ ভনীয়েক আছিল। ৰঘু, ৭-২ আৰু ৬-৫৯ ত তেওঁক 'ভোজা' বুলিছে আৰু এই কথাটো নিৰ্ব্বিবাদভাৱে স্পষ্ট কৰি তুলিবৰ কাৰণে তেওঁক 'ভোজকন্যা' অৰ্থাৎ 'ভোজবংশৰ ৰাজকুমাৰী' বুলিছে—ৰঘু, ৭-৩৫ ত। এই কেই অংশৰপৰা কাৰো সন্দেহ থাকিব নোৱাৰে যে কালিদাসে ৰজাজনক 'ভোজ' বুলিছে এই কাৰণে যে তেওঁ সেই বংশৰ প্ৰধান লোক। আমি এই কথা ধৰি লোৱাটো স্বাভাৱিক যে জীৱিত ভাষা-বিলাকত প্ৰচলিত জতুৱা ঠাঁচবিলাক সংস্কৃতত নাই; কিন্তু সূক্ষ্ম বিচাৰে দেখুৱাই দিব যে তেনে এটি ধাৰণা সাধাৰণতে অসম্পূৰ্ণ পৰিমাণৰ তথ্যৰ ওপৰত ভিত্তি কৰিহে কৰা হয়। আদি পৰ্ব্বৰ (বোম্বে



সংস্কৰণ) তলত দিয়া শ্লোকটিয়ে (১৮৬-১৩) দেখুৱাব যে দেশ-খনৰ নামকে ৰজাজনক বুজাবলৈ ব্যৱহাৰ কৰা হৈছে—এনে জতুৱা ঠাঁচ সংস্কৃতত একেবাৰে বিৰল নহয়।

কলিঙ্গস্তাম্ৰলিপ্তশ্চ পত্তনাধিপতিস্তথা।
মদ্ৰৰাজস্তথা শৈলঃ সহপুত্ৰো মহা ৰথঃ॥

[কলিঙ্গ (ৰাজ) তাম্ৰলিপ্তৰ (ৰজা) আৰু সেইদৰেই পট্টনৰ অধিপতি। সেইদৰেই মদ্ৰৰাজ আৰু মহাৰথী সপুত্ৰক শল্য]॥ ৪৩॥

দশকুমাৰ চৰিতৰ অষ্টম আখ্যানত লেখকে "ভোজৱংশ ভূষণম্" অৰ্থাৎ "ভোজবংশৰ অলংকাৰ"—এই কথাটিৰ ব্যৱহাৰ কৰিছে আৰু হৰেচ উইল্‌চনে ইয়াৰ যুক্তিতে কৈছে যে লেখকজন ভোজৰ সময়তে বা ভোজৰ সময়ৰ পাচত আছিল। তেওঁ যে কোনোবা এজন ভোজৰ পাচত আছিল এই কথা নুই কৰিব নোৱাৰি। কিন্তু তেওঁ যে সৰস্বতীকণ্ঠাভৰণতকৈ আগ, সেই কথা সেই গ্ৰন্থৰপৰাই স্পষ্টভাৱে পোৱা যায়। আকৌ কোনো লোকে যদি তৰ্ক কৰে যে কালিদাসো ভোজপ্ৰবন্ধৰ ভোজতকৈ পাচৰ তেনেহলে মই নিশ্চয় মন্তব্য কৰিব লাগিব যে (ভোজ) নামটো মহাভাৰততো আছে—"অশ্বত্থামা চ ভোজশ্চ সৰ্ব্বশাস্ত্ৰভৃতাং ৱৰৌ।" ১-১৮৬-৬। এইটো যে এটা বংশৰ নাম তাক দেখুৱাবলৈ ইয়াতকৈয়ো ভাল এফাকি কথা পাইছিলোঁ; কিন্তু মোৰ দুখ যে সেই ফাকি কথা মই এতিয়া বিচাৰি পোৱা নাই॥ ৪৪॥

ভোজপ্ৰবন্ধৰ পাচত ৰাজ তৰঙ্গিণীয়ে ভৱভূতিক কনৌজৰ ৰজা যশোৱৰ্ম্মাৰ সভাকৱি বুলি কৈছে। চতুৰ্থ তৰঙ্গৰ ১১৪ সংখ্যক শ্লোকটি এনে—

কৱিৱাকপতিৰাজশ্ৰীভৱভূত্যাদিসেৱিতঃ।
জিতো যযৌ যশোৱৰ্ম্মা তদ্‌গুণস্তুতিৱন্দিতাম্॥

[ কৰি বাক্‌পতিৰাজ শ্ৰীভৱভূতি* আদিৰদ্বাৰা সেৱিত যশোৱৰ্ম্মাই পৰাজিত হৈ তেওঁৰ ( বিজেতাৰ ) গুণ গান কৰা বন্দী ( ভাট ) ৰ দশা লাভ কৰিলে। ] ॥ ৪৫ ॥

এই কথাই ভৱভূতিক অষ্টম শতিকাৰ লোক কৰি তুলিব। কিন্তু পদ্যফাকিত এনে কোনো কথা নাই যাৰদ্বাৰা দেখুৱাব পাৰি যে ইয়াত আমাৰ ভৱভূতিৰ কথাকে কোৱা হৈছে। দ্বিতীয়তে শ্ৰীভৱভূতিৰ আগত থকা ৱাক্‌পতিৰাজ পদটিয়ে স্পষ্টকৈ দেখুৱাইছে যে এই প্ৰমাণ অনুসৰিয়েই, এইটো যশোবৰ্ম্মাৰ ভৱভূতিৰ উপাধি, যদিহে একান্ত তেওঁৰ সভাত এজন ভৱভূতি আছিল। কিন্তু ভৱভূতিৰ লেখাবিলাকৰপৰাই হওক অথবা কোনো স্বতন্ত্ৰ প্ৰমাণৰ-পৰাই হওক, শ্ৰীকণ্ঠ ভৱভূতিক যে কেতিয়াবা ৱাক্‌পতিৰাজ বোলা হৈছিল এই কথা আমি নেজানো। আনহাতে আমি দশৰূপ আৰু মৃতসঞ্জীৱনী ছন্দোবৃত্তিৰপৰা জানো যে এইটো ধাৰাৰ ৰজা মুঞ্জৰ উপাধি আছিল। মোৰ মতেৰে তেনে ধ্বৰণৰ উক্তিত আস্থা স্থাপন কৰাত আমাক বাধা দিবলৈ এই সংশয়জনক কথাটোৱেই যথেষ্ট। কিন্তু মই ইয়াকো ক'ব পাৰোঁ যে তেওঁ আন কি কনৌজনো ক'ত সেই কথা জানিছিল বুলি দেখুৱাবলৈকো ভৱভূতিৰ লেখা-বিলাকত কোনো কথা নাই। তেওঁৰ নাটবিলাক যে কাল-প্ৰিয় নাথৰ ( মহাকাল বুলিয়েই অধিক জনাজাত ) আগত অভিনীত হৈছিল সেই কথাই তেওঁ উজ্জয়িনীৰ ৰাজ-সভাত আছিল বোলা জনশ্ৰুতিটোকহে সম্পূৰ্ণ সমৰ্থন কৰে ॥ ৪৬ ॥

ইউৰোপীয় লেখকসকলে কহ্লণৰ ওপৰত সম্পূৰ্ণ আস্থা স্থাপন কৰাটো স্বাভাৱিক; কিন্তু তেওঁৰ ভাষা বা বিষয়বস্তুত এনে একো কথা নেদেখোঁ যিটোৱে তেওঁৰ ওপৰত ইমান বিশ্বাস জন্মাব পাৰে, বিশেষকৈ তেওঁ যেতিয়া আন দেশ বা আন দেশৰ লোকসকলৰ

* কোনোৱে বাক্‌পতি, ৰাজশ্ৰী আৰু ভৱভূতি তিনিজন কৱি বুলি কয়।
( সম্পাদক )



বিষয়ে কয়। তদুপৰি এটা সাধাৰণ পৰীক্ষাই দেখুৱাব যে তেওঁৰ বহুবিলাক উক্তিয়েই অতিৰঞ্জিত আৰু অন্ততঃ কিছুমান তেওঁৰ দেশৰ জনশ্ৰুতিক ভিত্তি কৰি লেখা বাবেই অসন্তৰ ॥ ৪৭ ॥

যি প্ৰবাদটিয়ে ভৱভূতি কালিদাস আৰু অমৰসিংহক সম-সাময়িক আৰু বিক্ৰমাদিত্যৰ সভাৰ ৰত্ন বুলি কয় তাক কেৱল বিচাৰ কৰিবলৈ বাকী আছে। নৱৰত্নৰ বিষয়ে জ্যোতিৰ্ব্বিদাভৰণত[৪১] থকা পদ্যটিত অৱশ্যে ভৱভূতিৰ উল্লেখ নাই, কিন্তু ভাৰতত চলিত প্ৰবাদে অকল যে এই নামটোকে যোগ দিছে এনে নহয় বৰং তেওঁৰ প্ৰতিস্পৰ্দ্ধী কৱিৰ যশস্যাত মৰণান্তিক দুখ আৰু ঈৰ্ষা হোৱাৰ বিষয়েও বহুতো গল্পৰে এই প্ৰবাদ চহকী। সি যি কি নহওক, আভ্যন্তৰীণ প্ৰমাণৰপৰা এই কথা মোৰ ওচৰত স্পষ্টভাৱে প্ৰতিভাত হৈছে যে এই তিনিজন লেখক সমসাময়িক নাছিল আৰু ভৱভূতি কালিদাসৰ পৰবৰ্ত্তী আৰু খুব সম্ভৱ অমৰসিংহৰ পূৰ্ব্বৱৰ্ত্তী আছিল ॥ ৪৮ ॥

ভৱভূতিৰ নাটকবিলাকত ওপৰে ওপৰে দৃষ্টিপাত কৰিলে অৱশ্যে সিদ্ধান্তত উপনীত হ'ব লাগিব যে তেওঁ অমৰকোষখন ভালদৰে আয়ত্ত্ব কৰিছিল। কিছুমান ক্ষেত্ৰত সেই অভিধানত থকা সমাৰ্থক শব্দবিলাক তেওঁ সম্পূৰ্ণ ব্যৱহাৰ কৰিছে; উদাহৰণ স্বৰূপে হাড়, কৰত আৰু তেজৰ সমাৰ্থক শব্দবিলাক ধৰিব পাৰি। আন আন ক্ষেত্ৰতো তাত থকা সমাৰ্থক শব্দবিলাকৰ বহুখিনি তেওঁ প্ৰয়োগ কৰিছে। উদাহৰণ স্বৰূপে পৃথিৱী, পানী, বান্দৰ, বধ আৰু যুদ্ধৰ সমাৰ্থক শব্দবিলাক; কিন্তু গভীৰতৰ অধ্যয়নে দেখুৱাব যে তেওঁ এনে শব্দও ব্যৱহাৰ কৰিছে যিবিলাক সেই অভিধানত পাবলৈ

( ৪১ ) ধন্বন্তৰিঃ ক্ষপণকোঽমৰসিংহ শঙ্কু ৱেতালভট্ট ঘটকৰ্পৰ কালিদাসঃ।
খ্যাতো ৱৰাহমিহিৰো নৃপতেঃ সভায়াং ৰত্নানি বৈ ৱৰৰুচিৰ্নৱৱিক্ৰমস্য ॥
[ ধন্বন্তৰি, ক্ষপণক, অমৰসিংহ, শঙ্কু, ৱেতালভট্ট, ঘটকৰ্পৰ, কালিদাস, প্ৰখ্যাত ৰৰাহমিহিৰ আৰু ৰৰৰুচি এই কেইজন আছিল বিক্ৰম নৃপতিৰ সভাৰ ৰত্ন। ]

নাই অথবা তেওঁ যি অৰ্থত ব্যৱহাৰ কৰিছে সেই অৰ্থত নাই। ওস্কাৰ, উদৰ, গ্ৰাবোচ্চয়, প্ৰাগ্ভাৰ, ভিদা আৰু সৌহিত্য—এই শব্দবিলাক মই বিশেষভাৱে উল্লেখ কৰোঁ। আন অভিধানবিলাক অমৰকোষৰ পূৰ্ব্ববৰ্ত্তী আৰু এইটো খুব সম্ভৱ যে ভৱভূতিয়ে তেওঁৰ দিনত থকা সকলো কেইখন অভিধানকে ভালদৰে আয়ত্ত কৰিছিল; কিন্তু তেওঁ যে অমৰকোষৰ সৈতে অপৰিচিত আছিল এই কথা ওপৰৰ তথ্যটোৰপৰা আৰু অমৰসিংহৰদ্বাৰা বিহিত নোহোৱা লিঙ্গত তেওঁ পদ প্ৰয়োগ কৰা তথ্যটোৰপৰাও অনুমান কৰিব পাৰি। ৱীৰচৰিত ৫/৩৭ত ভৱভূতিয়ে কঙ্কাল পদটো ক্লীবলিঙ্গত ব্যৱহাৰ কৰিছে আৰু মই ভাবো এইটো যথেষ্ট উচিত হৈছে। অমৰে ইয়াক কেৱল পুংলিঙ্গতে আবদ্ধ কৰিছে। ৱীৰচৰিত ৩/২৯ত তেওঁ পাণিনিৰ সূত্ৰ অনুসৰি চাপ পদটো ক্লীবলিঙ্গত ব্যৱহাৰ কৰিছে [৪২]। মই ৱীৰচৰিত ৪/১ত তেওঁ ক্ষত্ৰ পদটো ক্লীবলিঙ্গত প্ৰয়োগ কৰা আৰু ৱীৰচৰিত ৫/৩৩ ত নলক পদটো পুংলিঙ্গত ব্যৱহাৰ কৰা কথাটোৰো নিৰ্দ্দেশ কৰিবলৈ ভাল পালোহেঁতেন, কিন্তু অমৰৰ গ্ৰন্থত মই এই দুটা পদ নেপালোৱেই ॥ ৪৯ ॥

এই কথা ক'ব পাৰি যে ভৱভূতি অমৰৰ পূৰ্ব্ববৰ্ত্তী বুলি দেখুৱাবলৈ এই প্ৰমাণ যথেষ্ট নহয়। তেনে প্ৰতিবাদীক সন্তুষ্ট কৰিবলৈ এই মন্তব্য কৰিব লাগিব যে সমাৰ্থক পদৰ বহুল প্ৰয়োগৰ মাজতো ভৱভূতিয়ে পদৰ আকস্মিক অৰ্থক প্ৰকৃত অৰ্থ বুলি ভুল বুজাৰ ত্ৰুটী এবাৰো কৰা নাই, কিন্তু এনে ত্ৰুটীৰ দৃষ্টান্ত অমৰকোষত আছে যদি ভৱভূতি এই গ্ৰন্থৰ লগত সুপৰিচিত হ'লহেঁতেন তেনেহলে তেনে ত্ৰুটীৰ হাত সৰা টান হ'লহেঁতেন ॥ ৫০ ॥

(৪২) পাণিনিতকৈ অমৰৰ ভিন্নতাৰ আৰু বহুতো দৃষ্টান্ত আছে। পাণিনিৰ মতে 'দিবস' পদটো কেৱল পুংলিঙ্গ। অমৰৰ মতে ই ক্লীবলিঙ্গও। পাণিনিৰ মতে 'অৰ্চ্চিঃ' পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ। অমৰৰ মতে ই কেৱল স্ত্ৰীলিঙ্গ।



এই তথ্যই কালিদাস আৰু অমৰকোষৰো পাৰম্পৰিক কাল নিৰ্ণয় কৰিব। দৰাচলতে তেওঁৰ অভিধানৰপৰা অমৰে কালিদাসৰ কাব্যবিলাক যত্নেৰে অধ্যয়ন কৰিছিল যেন দেখা যায়; কিন্তু হয় তেওঁ কালিদাসে ব্যৱহাৰ কৰা পদবিলাকৰ প্ৰকৃত অৰ্থ খৰচি মাৰি বিচাৰ নকৰিলে, অথবা সেইবিলাকৰ প্ৰকৃত অৰ্থকে দিয়াটো উচিত বুলি নেভাবিলে। মই সাতোটা উদাহৰণ দিম। অমৰে 'ৱাচংযম' টো 'মুনিৰ' পৰ্য্যায় বুলি দিছে। কালিদাসে সদায় ইয়াক ইয়াৰ প্ৰকৃতাৰ্থত ব্যৱহাৰ কৰিছে। ৰঘুবংশ ৮-২৬ ত কালিদাসে বাস্তৱিক 'ঔৰ্দ্ধদেহিকং' পদটো ক্ৰিয়াবাচক বিশেষ্য ৰূপে ব্যৱহাৰ কৰা নাই, কিন্তু দেখাদেখিকৈয়ে তাৰপৰা 'কৃত্যং' অৰ্থটো পোৱা যায় আৰু ক্লীবলিঙ্গত সকলোবিলাক বিশেষণকে ক্ৰিয়াবাচক বিশেষ্য ৰূপে ব্যৱহাৰ কৰিব পাৰি। অমৰে কিন্তু ইয়াক তিনিও লিঙ্গতে এটা ক্ৰিয়াবাচক বিশেষ্য ৰূপে দিছে। 'সোমোদ্ভৱা' পদটোৱে মাত্ৰ 'চন্দ্ৰৰপৰা জন্ম হোৱা' অৰ্থটো বুজায় আৰু ৰঘু ৫-৫৯ত কালিদাসে যমুনাক বুজাবৰ কাৰণে লগতে 'সৰিৎ' অৰ্থাৎ 'নদী' এই পদটোও ব্যৱহাৰ কৰিছে। অমৰে কিন্তু 'সোমোদ্ভৱা' পদটোকে যমুনাৰ এটা নাম বুলি দিছে। শীৰ্ষচ্ছেদ্য মানে 'শিৰশ্ছেদৰ যোগ্য' আৰু কালিদাসে ৰঘু ১৫-৫১ ত ইয়াৰ প্ৰয়োগৰ দ্বাৰা স্পষ্টভাৱে দেখুৱাই দিছে ইয়াক ক'ত প্ৰয়োগ কৰিব লাগে আৰু ইয়াৰ তাৎপৰ্য্য কি আছিল। অমৰে ইয়াক 'বধ্য'ৰ সৈতে একে পৰ্য্যায়ত ধৰিছে যিটোৱে মাত্ৰ বুজায় 'বধৰ যোগ্য'। ৰঘু, ৯-৭৯ ত এনে একো কথা নাই যি কথাই কালিদাসে সেই শ্লোকত 'দিষ্টান্ত' পদটো তাৰ প্ৰকৃত অৰ্থ 'আদিষ্ট অন্ত'তকৈ কিবা বেলেগ অৰ্থত প্ৰয়োগ কৰিছিল বুলি অনুমান কৰিবলৈ কাৰোবাক সহায় কৰিব পাৰে। অমৰে কিন্তু ইয়াক মৃত্যুৰ পৰ্য্যায় শব্দবিলাকৰ লগতে ধৰিছে। কালিদাসে কুমাৰসম্ভৱ, ৫-৩৯ ত 'সাপ্তপদীন' পদটো নিৰ্ভুলভাবে তাৰ প্ৰকৃত অৰ্থতে

ব্যৱহাৰ কৰিছে; কিন্তু অমৰে ইয়াৰ পোনপটীয়া অৰ্থটো পাহৰি ইয়াক 'সখ্য' অৰ্থাৎ 'বন্ধুত্ব' পদৰে সৈতে একেলগে ধৰিছে যিটো সখ্য সাতোটা পদৰ বিনিময়ৰ ভিত্তিত হ'ব পাৰে, কিন্তু কেতিয়াও তাৰে সৈতে সমান নহয়। বোধকৰোঁ তেওঁৰ ভ্ৰান্তিৰ আটাইতকৈ ভাল দৃষ্টান্ত 'উদ্‌গমনীয়', ই এটা বিশেষণ পদ আৰু কালিদাসে ইয়াক কুমাৰ, ৭-১১ ত এটা বিশেষণ ৰূপেই ব্যৱহাৰ কৰিছে, কিন্তু অমৰে হ'লে ইয়াক 'পত্যুদ্‌গমনীয় বস্ত্ৰ' বোলা সমস্ত পদটোৰ সৈতে একে বুলি ভুল কৰিছে আৰু ইয়াৰ অৰ্থ কৰিছে 'এজোৰ ধোৱা কাপোৰ।' ॥ ৫১ ॥

আভ্যন্তৰীণ প্ৰমাণে কোনো আপত্তি হ'ব নোৱাৰাকৈ দেখুৱায় যে কালিদাস অমৰসিংহৰ পূৰ্ব্ববৰ্ত্তী। মই ভাবোঁ যে তেওঁ ভৱভূতিৰো পূৰ্ব্ববৰ্ত্তী আছিল বুলি দেখুৱাবলৈ একে ধৰণৰ প্ৰমাণৰ অভাৱ নাই। ভৱভূতিয়ে যেতিয়া তলৰ পদ্যটি লেখিছিল তেতিয়া কালিদাসৰ শকুন্তলাৰ কথা তেওঁৰ মনত আছিল যেন দেখা যায়।

শকুন্তলাদীনিতিহাসৱাদান্ প্ৰস্তাৱিতানন্য পৰৈৰ্ৰ্চোভিঃ।

শ্ৰুত্বা মদুৎসঙ্গনিৱেশিতাঙ্গী চিয়াৰ চিন্তা স্তিমিতত্বমেতি ॥

মালতীমাধৱ—৩/৩, [ আন কথাৰ প্ৰসঙ্গত কৈ পেলোৱা শকুন্তলা আদিৰ কাহিনীবিলাক শুনি শুনি মোৰ কোলাতে শুই তেওঁ বহুত পৰৰ কাৰণে চিন্তাৰ আবেশত চকু দুটা মুদি দিয়ে। ] সেইদৰেই যেতিয়া তেওঁ লেখিছিল "যশ্চ কিল কৌশিকী শকুন্তলা দুষ্মন্তম্ অপ্সৰাঃ পুৰুৰৱসং চকমে···" মালতীমাধৱ, ২ [ আৰু হেনো কৌশিকৰ জীয়েক শকুন্তলাই দুষ্মন্তক আৰু অপ্সৰাই পুৰুৰবাক কামনা কৰিছিল···] তেতিয়া শকুন্তলাৰ কথা মনত আছিল যেন লাগে। দৰাচলতে এইটো এটা বেচি ভাল উদাহৰণ, কিয়নো, পৰীক্ষা কৰিলে দেখা যাব যে মহাভাৰতৰ মতে শকুন্তলাই দুষ্মন্তক কামনা কৰা নাই, কিন্তু কালিদাসৰ মতে কৰিছে আৰু ভৱভূতিয়ে যি বুজাবলৈ ইচ্ছা কৰিছে তাৰ বিৰোধ নকৰাকৈ এই কথাত



সন্দেহ কৰিব নোৱাৰি যে তেওঁৰ মনত কেৱল কালিদাসৰ নাটকখনৰ কথাহে আছিল। উত্তৰ চৰিতৰ ৫/২০ শ্লোক—

মনোৰথস্য যদ্‌বীজং তদ্দৈৱেনাদিতো হতম্।

লতায়াং পূৰ্ব্বলূনায়াং প্ৰসূনস্যাগমঃ কুতঃ ॥

[ আশাৰ যি বীজ আছিল দৈৱই তাক আদিতেই নাশ কৰিলে। পূৰ্ব্বতেই লতাক ছিঙি পেলালে তাত আৰু ফুল ক'ৰপৰা ফুলিব ? ] ইয়াৰে সৈতে শকুন্তলাৰ ৭/১৩ শ্লোক—

মনোৰথায় নাশংসে কিং বাহো স্পন্দমে মুধা।

পূৰ্ব্বাৱাধাৰিতং শ্ৰেয়ো দুঃখং হি পৰিবৰ্ত্ততে ॥

[ মনোবাঞ্ছা পূৰ্ণ হোৱাৰ আৰু আশা নকৰোঁ, বাহু দুটাই মিছাতে কিয় কঁপিছ ? পূৰ্ব্বতে অৱহেলা কৰা শ্ৰেয় বস্তুও দুঃখলৈহে পৰিবৰ্ত্তিত হয়। ] ইয়াৰ কিছু সাদৃশ্য আছে। আৰু মালতীমাধৱ, ২/১১ৰ শেষৰ শাৰী—'কটাক্ষৈৰ্নাৰীণাং কুৱলয়িতৱাতায়নমিৱ' [ নাৰীসকলৰ কটাক্ষবিলাকৰ সৈতে বাতায়নবিলাক যেন পদুম ফুলময় হৈ পৰিল। ] ই ৰঘু, ১১-৯৩ৰ শেষৰ শাৰী 'কুৱলয়িত গৱাক্ষাং লোচনৈৰঙ্গনানাম্।' [ অঙ্গনাসকলৰ লোচনবিলাকেৰে য'ত গবাক্ষবিলাক পদুম ফুলময় হ'ল ] ৰ কথা মনত নেপেলাই নেৰে। মালতীমাধৱৰ নৱম অঙ্ক আৰু ৱিক্ৰমোৰ্ব্বশীয়ৰ চতুৰ্থাঙ্কৰ মাজত সিহঁতৰ আৰ্হিৰ বিষয়ত ইমান সাদৃশ্য আছে যে যদি সিহঁত দুয়োটাই প্ৰাচীনতৰ আৰ্হিৰ ভিত্তিত ৰচনা কৰা বুলি দেখুওৱা নাযায় তেনেহলে এই সিদ্ধান্তক বাধা দিয়াটো অসম্ভৱ যে প্ৰথমটো দ্বিতীয়টোৰ ওপৰত ভিত্তি কৰি ৰচিত ॥ ৫২ ॥

এই দীঘলীয়া আলোচনাৰ পাচত মই দু-আষাৰতে ক'ব পাৰো যে মই যিমান দূৰ দেখিছোঁ ভৱভূতি অমৰসিংহৰ পূৰ্ব্ববৰ্ত্তী আৰু কালিদাসৰ পৰৱৰ্ত্তী আৰু মই তেওঁক খৃষ্টাব্দ পঞ্চম শতিকাৰ পাচত ঠাই দিব নোৱাৰোঁ। তেওঁলোকৰ সম্প্ৰদায়ৰ বিৰুদ্ধে এটাও কথা নোকোৱাকৈ মালতীমাধৱত এগৰাকী বৌদ্ধ সন্ন্যাসিনীৰ অৱতাৰণা

আৰু আধুনিক হিন্দু ভাৱধাৰাৰ প্ৰতি অত্যন্ত বিৰোধী প্ৰাচীন হিন্দু ধৰ্ম্মানুষ্ঠানবিলাকৰ বিষয়ে আন দুখন নাটকত প্ৰকাশ্য উল্লেখেও এই মতটোক সম্পূৰ্ণভাৱে সমৰ্থন কৰে। খৃষ্টীয় পঞ্চম শতিকাৰ-পৰা বৌদ্ধধৰ্ম্মৰ পতন হোৱা লক্ষ্য কৰা যায় আৰু দণ্ডীয়ে তেওঁৰ দশকুমাৰ চৰিতত এই সম্প্ৰদায়টোক বিদ্ৰূপ কৰিবলৈকো সঙ্কোচ কৰা নাই। আনটো যুক্তিৰ ক্ষেত্ৰত আধুনিকতৰ লেখকসকলৰ চৰম নিৰ্ভীকতাৰ প্ৰয়োজন যিটো হয়তো তেওঁলোকৰপৰা আশাই কৰিব নোৱাৰি ॥ ৫৩ ॥

প্ৰায় সঠিকভাৱে ভৱভূতিৰ কাল স্থিৰ হোৱাৰ পাচত তেওঁৰ জীৱনৰ বিষয়ে আন আন বতৰা তেওঁৰ নাটক কেইখনৰপৰাই আহৰণ কৰিব পাৰি। বীৰচৰিত আৰু মালতীমাধৱৰ প্ৰস্তাৱনাই আমাক কয় যে তেওঁ বিদৰ্ভ ( বেৰাৰ )ৰ পদ্মপুৰৰ লোক, গোপাল ভট্টৰ পৌত্ৰ, নীলকণ্ঠ আৰু জতুকৰ্ণীৰ পুত্ৰ আৰু তেওঁৰ পূৰ্ব্বপুৰুষ সকলোৱেই পৰম বেদজ্ঞ পণ্ডিত আছিল আৰু তেওঁলোকে ঋষি কাশ্যপৰ বংশৰ বুলি পৰিচয় দিছিল। পুৰণি কালত বিদৰ্ভ ৰাজ্যখন ইয়াৰ পণ্ডিতসকলৰ কাৰণে প্ৰখ্যাত আছিল [৪৩] আৰু ভৱভূতিয়ে এজন বৰ জ্ঞানী লোকৰ ওচৰত শিক্ষা পাইছিল ; ভৱভূতিৰ মতে যুক্তিযুক্তভাৱেই তেওঁৰ নাম দিয়া হৈছিল জ্ঞাননিধি[৪৪]। তেওঁৰ শিক্ষা নিশ্চয় বহু বছৰ ব্যাপি চলিছিল কিয়নো তেওঁৰ নাটক কেইখনে সংস্কৃত সাহিত্যৰ প্ৰায় সকলো শাখাৰেই সৈতে তেওঁৰ সূক্ষ্ম পৰিচয়ৰ কথা প্ৰকাশ কৰে! তেওঁৰ প্ৰখৰ স্মৃতিশক্তি আৰু অগাধ পাণ্ডিত্যই অচিৰে তেওঁক শ্ৰীকণ্ঠ বা 'কণ্ঠত সৰস্বতী যাৰ' এই উপাধি লাভ কৰালে। মই জনাত এই উপাধি আৰু

( ৪৩ ) সোঽয়ং সুভ্ৰু পুৰো ৱিদৰ্ভবিষয়ঃ সাৰস্বতী জন্মভূঃ॥
বাল ৰামায়ণ, ১০/৭৪
[ হে সুভ্ৰু, সম্মুখতে এয়া সেই পণ্ডিতসকলৰ জন্মস্থান বিদৰ্ভৰাজ্য। ]

( ৪৪ ) যথাৰ্থনামা ভগৱান্ যস্য জ্ঞাননিধিৰ্গুৰুঃ। ৱীৰচৰিত, ১/৫
[ যথাযথ নাম যুক্ত ভগৱান জ্ঞাননিধি মোৰ গুৰু। ]



কোনেও লাভ কৰা নাছিল আৰু অলপ দিনৰ ভিতৰতেই তেওঁ উজ্জয়িনীৰ ৰাজসভালৈ গ'ল য'ত বিখ্যাত মহাকালৰ আগত তেওঁৰ কেউখন নাট অভিনীত হৈছিল[৪৫] ॥ ৫৪ ॥

এই নাটকিখনৰ ভিতৰত দেখাদেখিকৈয়ে বীৰচৰিত সৰ্ব্বপ্ৰথম আৰু মালতীমাধৱ সৰ্ব্বশেষ। প্ৰথমখনত তেওঁ নিজৰ এটা বৰ্ণনা দিছে, কিন্তু তেওঁৰ আন কোনো গ্ৰন্থৰ উল্লেখ কৰা নাই। দ্বিতীয় নাট-খনৰ তলৰ শ্লোকটিয়ে দেখুৱাইছে যে তেওঁৰ আগৰ নাটক কেইখনে পোৱা সমাদৰত তেওঁ সন্তুষ্ট হোৱা নাছিল আৰু ই স্পষ্টভাৱে সূচাইছে যে এইখন ই কেইখনৰ পৰৱৰ্ত্তী—

যে নাম কেচিদিহ নঃ প্ৰথয়ন্ত্যৱজ্ঞাং
জানন্তি তে কিমপি তান্ প্ৰতি নৈষ যত্নঃ।
উৎপৎস্যতেঽস্তি মম কোঽপি সমানজন্মা [ ধৰ্ম্মা ? ]
কালো হ্যয়ং নিৰৱধিৰ্ৱিপুলা চ পৃথ্বী ॥ মালতীমাধৱ, ১/৭।

[ যি সকলে আমাৰ ৰচনাৰ প্ৰতি অৱজ্ঞা প্ৰকাশ কৰিছে তেওঁলোকে কিবা কথা জানে, তেওঁলোকৰ প্ৰতি মোৰ এই ( কাব্য ৰচনাৰ ) যত্ন নহয়। মোৰ সৈতে একে ভাৱধাৰাৰ লোক কোনোৱা নিশ্চয় আছে নাইবা সময়ত উপজিব ; কিয়নো কাল সীমাহীন আৰু পৃথিৱীও বিশাল। ] ॥ ৫৫ ॥

উত্তৰ ৰামচৰিতখনত ৰামৰ জীৱন বৃত্তান্তকে ধাৰাবাহিক-ভাৱে প্ৰকাশ কৰিছে আৰু 'উত্তৰ' পদটোৰ ব্যৱহাৰে নিৰ্ভুল-ভাৱে দেখুৱায় যে ই ৱীৰচৰিতৰ পাচৰেই। গ্ৰন্থকাৰে প্ৰস্তাৱনাত নিজৰ বিষয়ে এটি অত্যন্ত চমু বিৱৰণ দিয়েই সন্তুষ্ট হৈছে যেহেতু তেওঁ বীৰচৰিতত যি কৈ আহিছে তাৰে পুনৰুক্তি কৰাটো অনাৱশ্যকীয় বুলি ভাবিছিল। এইখন যে বীৰচৰিত আৰু মালতীমাধৱৰ মাজতে ৰচনা কৰা হৈছিল—সেই কথা ধৰা পৰে এই তথ্যটিৰ-পৰাও যে বীৰচৰিতৰ শ্লোকবিলাকৰ মালতীমাধৱৰ শ্লোকবিলাকৰ

( ৪৫ ) মোৰ ৱীৰচৰিতৰ মুখবন্ধ চাওক।

সৈতে মিল বৰ কম, কিন্তু উত্তৰ চৰিতৰ শ্লোকবিলাকৰ ক্ৰমে বীৰচৰিত আৰু মালতীমাধৱৰ শ্লোকৰ সৈতে মিল বেচি[৪৬] ॥ ৫৬ ॥

বীৰচৰিত বা 'বীৰজনৰ জীৱন বৃত্তান্ত' এখনি সাত অঙ্কৰ নাটক। ইয়াত অযোধ্যাৰ সিংহাসনত আৰোহণ কৰালৈকে ৰামৰ সাহসিক কামবিলাকৰ বৰ্ণনা কৰা হৈছে[৪৭]। ইয়াত ৰামায়ণৰ প্ৰথম ছয় কাণ্ডৰ কাহিনী প্ৰকাশ কৰিব খোজা হৈছে আৰু নাটকখনি তাৰ ওপৰতে ভিত্তি কৰি ৰচিত। প্ৰস্তাৱনাই আমাক জনায় যে দশৰথ পুত্ৰ ৰাম আৰু লক্ষ্মণৰ সৈতে ঋষি বিশ্বামিত্ৰ অযোধ্যাৰপৰা নিজৰ আশ্ৰমলৈ উভতি আহিছে—তেওঁ বিদেহৰ ৰজাক নিজৰ যজ্ঞলৈ নিমন্ত্ৰণ কৰিছে, আৰু প্ৰস্তাৱনাই এই কথাও জনায় যে তেওঁৰ ভায়েক কুশধ্বজে তেওঁৰ দুই ভতিজা জী সীতা আৰু উৰ্ম্মিলাৰ সৈতে তালৈ আহিছে। তাৰ পাচত প্ৰথম অঙ্কই আশ্ৰমত তেওঁলোকৰ উপস্থিতি বৰ্ণনা কৰিছে—য'ত তেওঁলোকে অযোধ্যাৰ ৰাজকুমাৰ দুজনক লগ পাইছে আৰু ৰাম আৰু লক্ষ্মণৰ ক্ৰমে সীতা আৰু উৰ্ম্মিলাৰ প্ৰতি প্ৰণয়ৰ ভাব হৈছে। ইতিমধ্যে ৰামৰ পাবন প্ৰভাৱৰ বলত গৌতমৰ শাপভ্ৰষ্টা পত্নী অহল্যাই তেওঁৰ শাপৰপৰা মুক্তি লাভ কৰে আৰু ধৰিত্ৰীসম্ভৱা[৪৮] ৰাজকুঁৱৰী গৰাকীৰ পাণিপ্ৰাৰ্থনা কৰিবলৈ ৰাৱণৰ ওচৰৰপৰা এজন দূত আহে। ঠিক সেই সময়তে তাড়কা নামৰ

(৪৬) ছেদ ৫ চাওক

(৪৭) উইলচনে (হিন্দু থিয়েটাৰ; খণ্ড-২, পৃঃ ৩২৩) চৰিত্ৰবিলাকৰ বিষয়ে যি কৈছে তাৰ কিছু সংশুদ্ধি প্ৰয়োজন। কুশধ্বজ সাংকাশ্যৰ (কাশীৰ নহয়) ৰজা আছিল। যুধাজিত (যুদ্ধ জিৎ নহয়) দশৰথৰ ভগ্নীপতি আছিল (সাৰথি নহয়)। মাল্যৱান ৰাৱণৰ মাকৰ ফালৰ ককাদেউতাক। সুগ্ৰীৱ বালিৰ ভায়েক আৰু উত্তৰাধিকাৰী।

(৪৮) জনকে যেতিয়া নাঙলেৰে মাটি চহাই সিৰলু কৰিছিল (সীতা) তেতিয়া তাৰপৰা ওলাইছিল কাৰণে সীতাৰ তেনে নাম হৈছিল বুলি কোৱা হয়।



এজনী ৰাক্ষসীয়ে আহি সেই সম্মিলনত ব্যাঘাত জন্মায় আৰু ৰামে তাইক বধ কৰে। ৰামৰ এই কামত বিশ্বামিত্ৰ অত্যন্ত সন্তুষ্ট হয় আৰু হামি-অহোৱা (জৃম্ভক) বা টোপনি অহোৱা (প্ৰস্বাপন) বুলি বেচি ভালদৰে জনাজাত অস্ত্ৰসমূহ স্মৰণ কৰে আৰু তাৰ প্ৰয়োগ আৰু সংহাৰৰ বিষয়ে সকলো গোপন মন্ত্ৰেৰে সৈতে সেই অস্ত্ৰ ৰামক দান কৰে। শিৱৰ স্বৰ্গীয় ধনুখন, যি খন সজ্জিত কৰিব পৰা জনলৈকে সীতাক বিয়া দিয়া হ'ব বুলি এটি প্ৰতিজ্ঞা আছিল, সেইখনৰ উপস্থিতিও তেওঁ বিচাৰে। স্মৰণ কৰাত সেইখন আহি উপস্থিত হয়। ৰামে তাক সহজে ভাঙে আৰু তেওঁৰ প্ৰিয়া সীতাক লাভ কৰে। তেওঁলোকক অৰণ্যে আকৌ সুবাহু আৰু মাৰীচ দৈত্যৰ আগমনে আমনি দিয়ে; তাৰে মাৰীচক ৰামে বধ কৰে আৰু সুবাহুক বহুত দলি মাৰি পেলায়। ৰাৱণৰ দূতে তেতিয়া লজ্জিত হৈ সেই বতৰা ৰাৱণৰ মন্ত্ৰীক দিবলৈ যায়। ইয়াতে প্ৰথম অঙ্ক শেষ হৈছে ॥ ৫৭ ॥

এই অঙ্কই ৰামায়ণৰ প্ৰায় সমগ্ৰ প্ৰথম কাণ্ডৰ বিষয়কে সামৰি লৈছে। কিন্তু কৰি বাল্মীকিয়ে তাত প্ৰায় পোন্ধৰ বছৰৰ ঘটনাৰ বিৱৰণ দিছে যেনে স্থলত নাট্যকাৰজনে সময়ৰ একতা ৰাখিবৰ কাৰণে সেই কাল ছোৱাৰ প্ৰধান ঘটনাবিলাক দেখুৱাবলৈ এটা দিন মাত্ৰ বাছি লৈছে। সেই কাৰণে বহুতো বিষয়ত ৰামায়ণৰ বৰ্ণনাৰপৰা আঁতৰি আহিবলৈ তেওঁ বাধ্য হৈছিল। ৱিশ্বামিত্ৰৰ যজ্ঞলৈ বিদেহৰাজক নিমন্ত্ৰণ কৰা আৰু তেওঁৰ ভায়েক যজ্ঞলৈ অহাৰ কথা ৰামায়ণত নাই। সমাজৰ মাজতে ৰাম আৰু সীতাৰ দেখা দেখি হোৱা আৰু তেওঁলোকে পৰস্পৰে ভাল পোৱাৰ কথা সম্পূৰ্ণৰূপে নাট্যকাৰজনৰ সৃষ্টি। ঘটনাটো অধিক আমোদ-জনক আৰু বৈচিত্ৰময় কৰিবৰ কাৰণে ৰাৱণৰ দূতজনৰ অৱতাৰণা কৰা হৈছে। আন বিষয়বিলাক ৰামায়ণতো আছে, কিন্তু ঠিক ভৱভূতিয়ে বৰ্ণনা কৰা ধৰণতে বা ক্ৰমতে নহয় ॥ ৫৮ ॥

বিদেহৰ ৰাজসভালৈ পঠোৱা দূতজনে বিশ্বামিত্ৰৰ আশ্ৰমত ঘটা ঘটনাবিলাকৰ বিৱৰণ দিয়াৰ পাচত মাল্যৱানৰ অৱতাৰণাৰে দ্বিতীয় অঙ্কটি আৰম্ভ হৈছে। ৰাৱণৰ ভনীয়েক সূৰ্পনখাই আহি তেওঁক জনায় যে বিদেহৰ ৰাজকুঁৱৰীৰ ৰামৰ সৈতে বিয়া হৈ গৈছে। মাল্যৱানে এইটোক ৰাৱণৰ প্ৰতি কৰা এটা অন্যায় বুলি ধৰি লয় আৰু তেওঁৰ গুৰু শিৱৰ ধনু ভঙ্গ কৰাৰ কাৰণে ৰামৰ বিৰুদ্ধে জামদগ্ন্যকে উত্তেজিত কৰি তোলে। ইয়াতে প্ৰথম দৃশ্য শেষ হৈছে। জামদগ্ন্য বিদেহৰ ৰাজধানীলৈ অহা বুলি দেখুওৱা হৈছে, তেওঁ ৰামক বিচাৰিছে, সীতাই ভয় কৰাত ৰাম অহা অলপ পৰ পলম হৈছে; কিন্তু পাচত দেখুৱাইছে যে তেওঁ তেওঁৰ বিপক্ষ জনক লগ পোৱা উচিত আৰু লগ পাইছেও। দুয়োৰে ভিতৰত কিছু কথোপকথন হ'ল। সেয়ে সহজ কথাৰপৰা গৈ গুৰুতৰ ৰূপ ললেগৈ, তাৰে মাজে মাজে বিদেহৰাজ আৰু তেওঁৰ কুল গুৰুৰ কথোপকথন হ'ল, তাৰ পাচত ৰাম আৰু জামদগ্ন্যই যুদ্ধ কৰিবলৈ স্থিৰ কৰিলে। জামদগ্ন্যই ৰামক প্ৰথমে ধনু কৰ্ষণ কৰিবলৈ কৈ এই বুলি ক'লে—"মই যদি প্ৰথমে আক্ৰমণ কৰোঁ। তেতিয়া হলে মোৰ তিৰ্‌বিৰাই থকা উজ্জ্বল অগ্নিবৰ্ষণকাৰী কুঠাৰে ডিঙিটো দুছেও কৰাৰ পাচত মূৰ নোহোৱা এটা কবন্ধ হৈ তুমি কি কৰিবা?" কিন্তু তেনেতে কঞ্চুকীয়ে প্ৰৱেশ কৰি জনালেহি বোলে দৰাৰ বিয়াৰ গাঁঠি মেলি দিবলৈ ৰাণীসকল গোট খাইছে। এই উৎসৱটো এতিয়াও ভাৰতত প্ৰচলিত। জামদগ্ন্যই তাকে কৰিবলৈ ৰামক এৰি দিলে। ইয়াতেই দ্বিতীয় অঙ্কটো শেষ হৈছে। জামদগ্ন্যই ৰামক লগ পোৱা কাহিনীটো ৰামায়ণৰপৰা লোৱা; কিন্তু ঘটনাৱলী ভৱভূতিৰ নিজা ॥ ৫৯ ॥

তৃতীয় অঙ্কত বশিষ্ঠ আৰু বিশ্বামিত্ৰ, এই ঋষি দুজনাই জামদগ্ন্যক যুদ্ধ নকৰিবলৈ কয়, কিন্তু সেই কথা অথলে যায়। জনকৰ কুলগুৰু শতানন্দ ক্ৰুদ্ধ হৈ পৰে আৰু তেওঁ এই কথা ঘোষণা কৰে যে কোনেও জনকৰ ছাঁটোও চুবলৈ সক্ষম হ'ব নোৱাৰে; তেওঁৰ জোঁৱায়েকৰ তো কথাই নাই। ইয়াৰপৰাই তেওঁৰ আৰু জামদগ্ন্যৰ ভিতৰত এক অত্যন্ত উত্তেজনাপূৰ্ণ কথোপকথন হয়। সেইখিনি বৰ আমোদজনক। জনক আৰু দশৰথে এজনৰ পাচত এজনকৈ প্ৰৱেশ কৰে (দশৰথে নিজ পুত্ৰৰ বিবাহত উপস্থিত থাকিবলৈ বুলি আহিছিল) আৰু তেওঁলোকৰ শত্ৰুৰে ভয় খোৱাকৈ সকলো একেলগ হয়; কিন্তু সিমানতো জামদগ্ন্যই সেও নেমানিলে। ৰাম গাঁঠি মুকলি কৰা উৎসৱৰপৰা উভতি আহিল, তেওঁ জামদগ্ন্যক বাহিৰলৈ মাতিলে আৰু যুদ্ধ কৰিবৰ কাৰণে জামদগ্ন্য ওলাই গ'ল। এই অঙ্কটো সম্পূৰ্ণৰূপে ভৱভূতিৰ নিজৰদ্বাৰা কল্পিত ॥ ৬০ ॥



চতুৰ্থ অঙ্কই প্ৰথমেই প্ৰতিপক্ষৰ বিৰুদ্ধে ৰামচন্দ্ৰৰ জয়লাভৰ কথা ঘোষণা কৰে। শূৰ্পনখাৰে সৈতে এখন আকাশীৰথত মাল্যৱানে প্ৰৱেশ কৰে আৰু ৰামৰ কৃতকাৰ্য্যতা দেখি চকিত হয়। তাৰ পাচত দশৰথৰ পৰিয়ালত মনোমালিন্যৰ বীজ বপন কৰিবৰ কাৰণে মন্থৰাৰ বেশত শূৰ্পনখাকে পঠাবলৈ প্ৰস্তাৱ কৰে। এই ষড়যন্ত্ৰৰ ৰাজনৈতিক ফলাফলৰ বিষয়ে তেওঁলোকে আলোচনা কৰে, অৱশেষত একমত হয় আৰু মঞ্চৰপৰা ওলাই যায়। ইয়াতে প্ৰথম দৃশ্যৰ সামৰণি পৰে। এইখিনি, পূৰ্ব্বৱত উন্নুকিয়াই অহাৰ মতেই নাট্যকাৰৰ সৃষ্টি। দ্বিতীয় দৃশ্যত জনক আৰু দশৰথ আৰু বশিষ্ঠ আৰু বিশ্বামিত্ৰই ৰামৰ কৃতকাৰ্য্যতাত হিন্দু প্ৰথামতে পৰস্পৰে আলিঙ্গন কৰে আৰু অভিনন্দন জনায়। জামদগ্ন্যই তেতিয়া ৰামৰ সৈতে প্ৰৱেশ কৰে আৰু সাদৰ অভ্যৰ্থনা লাভ কৰে। বশিষ্ঠ আৰু বিশ্বামিত্ৰই সেই ঠাই এৰে আৰু বিশ্বামিত্ৰৰ আশ্ৰমলৈ যায়। ৰামায়ণৰ প্ৰথম কাণ্ডত বৰ্ণিত তেওঁলোকৰ পূৰ্ব্বৰ প্ৰতিদ্বন্দ্বিতাৰ বিষয়ে এইখিনিত এটি প্ৰচ্ছন্ন উল্লেখ আছে। জামদগ্ন্যও যায়গৈ, কিন্তু যোৱাৰ আগতে দণ্ডকাৰণ্যৰ ৰাক্ষসবিলাকক বধ কৰিবৰ বাবে ৰামক তেওঁৰ ধনুখন দি যায় ॥ ৬১ ॥

মন্থৰাৰ বেশ ধৰি শূৰ্পনখা আহি উপস্থিত হয় আৰু মাহীমাক

কৈকেয়ীৰ স্নেহ সম্ভাষণ ৰামক জনায় আৰু এখনি চিঠি দিয়ে। তাত দুটা প্ৰাৰ্থনা আছিল। পূৰ্ব্বতে প্ৰতিজ্ঞা কৰা মতে তেওঁৰ পিতাকৰদ্বাৰা এই দুটা প্ৰাৰ্থনা পূৰণ কৰাই ল'বৰ কাৰণে তেওঁক কোৱা হৈছে। তাৰে প্ৰথমটো এই যে তেওঁৰ পুতেক ভৰতে ৰাজ্য পাব লাগে আৰু আনটো এই যে ৰাম তৎক্ষণাৎ দণ্ডকালৈ যাব লাগে আৰু তাত চৈধ্য বছৰ কটাব লাগে আৰু কেৱল সীতা আৰু লক্ষ্মণহে তেওঁৰ লগত যাব পাৰিব। ৰাম এই কথাত বৰ আনন্দিত হ'ল, কিয়নো তেওঁ যলৈকে যাবলৈ বিচাৰিছিল এতিয়া তালৈকে যাব লাগিব। তাৰ পাচত শূৰ্পনখা যায়গৈ। এইখিনি এটা বেলেগ দৃশ্যত দেখুৱা উচিত আছিল, কিন্তু য'ত ৰজা দুজন আছে তাৰপৰা কিছু দূৰত দেখুৱাত পৰাত যেন সেই ত্ৰুটীৰ কিছু লাঘৱ হৈছে ॥ ৬২ ॥

তাৰ পাচত ভৰত আৰু যুধাজিতে প্ৰৱেশ কৰে আৰু ৰামভদ্ৰৰ অভিষেক কৰিবৰ কাৰণে দশৰথক অনুৰোধ জনায়। দশৰথে উৎসৱৰ কাৰণে আয়োজন কৰিবলৈ আদেশ দিয়ে। কিন্তু ৰাম আহি ওচৰ চাপে আৰু লক্ষ্মণে কৈকেয়ীৰ প্ৰাৰ্থনাকেইটিৰ কথা প্ৰকাশ কৰে। দশৰথ মান্তি হ'বলৈ বাধ্য হয়। ভৰতে তেওঁলোকৰ প্ৰতিনিধিৰূপে ৰাজ্য শাসন কৰিবলৈ ৰামৰ সোণৰ খৰমজোৰ খুজি লয়। লক্ষ্মণ আৰু সীতাৰ সৈতে ৰামে বনলৈ প্ৰস্থান কৰে। দশৰথ অৰ্দ্ধ উন্মাদ হৈ পৰে আৰু ভৰত আৰু জনকে তেওঁক আঁতৰাই নিয়ে ॥ ৬৩ ॥

এই অঙ্কৰ সম্বন্ধ আছে ৰামায়ণৰ দ্বিতীয় কাণ্ডৰ সৈতে, কিন্তু তাক এদিনৰ ভিতৰতে সাঙুৰিবৰ কাৰণে নাট্যকাৰজনে মূলৰপৰা কিছু আঁতৰি আহিবলৈ আৰু বিষয়-বস্তুক চুম্বক কৰিবলৈ বাধ্য হৈছে। ৰামায়ণৰ মতে তেওঁৰ লিগিৰী মন্থৰাৰ উপদেশ আৰু উচটনিত কৈকেয়ীয়ে নিজে নিজৰ ঠাইতে বৰকেইটা খুজিছে ; কিন্তু নাট্যকাৰজনে ধুনীয়া ৰাণী গৰাকীক সকলো দোষৰপৰা মুক্ত কৰিবৰ কাৰণে এই কদৰ্য্য কামটোৰ উৎপত্তি ৰাক্ষসৰ-



পৰাই হোৱা বুলি দেখুৱায়। ৰামায়ণত ৰাম নিৰ্ব্বাসনৰ ঘটনা ঘটে অযোধ্যাত, কিন্তু ভৱভূতিয়ে ইয়াক সজ্মটিত কৰিছে মিথিলাত। ৰামায়ণৰ মতে সেই সময়ত ভৰত উপস্থিত নাছিল, কিয়নো তেওঁ মোমায়েকৰ লগত থাকিবলৈ গৈছিল। তাৰপৰাই পিতাকৰ মৃত্যুৰ পাচত উভতি আহিছিল আৰু ৰামক ওভোতাই আনিবলৈ চিত্ৰকূটলৈ গৈছিল, কিন্তু তেওঁৰ খৰমজোৰহে মাথোন আনিব পাৰিছিল। শ্ৰীকণ্ঠই ৰামৰ বিদায়ৰ আগতেই এই কথা ঘটাইছে। যি কি নহওক এদিনৰ ভিতৰতে ঘটাবৰ কাৰণে এনে কৰা হৈছে। এই ঘটনাখিনিয়ে প্ৰকৃততে লোৱা সময় বৰ দীঘল। তেওঁ যদি কিছুমান ঘটনা বাদ দিলেহেঁতেন বা ইয়াক দুটা বেলেগ অঙ্কত ভগালেহেঁতেন তেনেহলে বেচি ভাল হ'লহেঁতেন ॥ ৬৪ ॥

পঞ্চম অঙ্কৰ প্ৰথম দৃশ্যটো মলয় পৰ্ব্বতত ঘটিছে। তাতে প্ৰথমে গৃধ্ৰৰাজ জটায়ুৱে তেওঁৰ ককায়েক সম্পাতিক লগ পাবলৈ আহিছে। তেওঁৰ আগমন এক বিচিত্ৰ প্ৰাচীন অতিশয়োক্তিপূৰ্ণ ৰীতিত বৰ্ণনা কৰা হৈছে। তেওঁলোকে ৰামৰ ভ্ৰমণৰ অগ্ৰগতিৰ বিষয়ে, পঞ্চবটীত আহি থকাৰ বিষয়ে, ৰাৱণৰ ভনীয়েকৰ অঙ্গছেদ কৰাৰ বিষয়ে আৰু দণ্ডকাৰণ্যত ৰাৱণৰ সৈন্যবল সংহাৰ কৰাৰ বিষয়ে কথোপকথন কৰে। ৰাৱণৰ প্ৰতি বাৰে বাৰে অপমান-সূচক কথা শুনি সম্পাতি সন্ত্ৰস্ত হয় আৰু তেওঁৰ ভায়েকক ৰামৰ প্ৰতি চকু ৰাখিবলৈ কৈ আহ্নিক কৰ্ত্তব্য সম্পাদন কৰিবলৈ সমুদ্ৰলৈ যায়। জটায়ুৱে ওপৰলৈ উৰি দেখে যে ৰামে এটা বিচিত্ৰ মৃগক খেদি গৈছে—লক্ষ্মণে তেওঁৰ অনুসৰণ কৰিছে আৰু ৰাৱণে তেওঁলোকৰ অনুপস্থিতিত সীতাক হৰণ কৰিছে। তেওঁ ৰাৱণৰ প্ৰতি কটূক্তি কৰি তেওঁৰ সৈতে যুদ্ধ কৰিবলৈ গ'ল। ইয়াতে এই দৃশ্যটি শেষ হয় ॥ ৬৫ ॥

তাৰ পিচৰ দৃশ্যটো জনস্থানৰ অৰণ্যৰপৰা ঋষ্যমূক পৰ্ব্বতলৈকে আৰু মতঙ্গৰ আশ্ৰমকে ধৰি যথেষ্ট বহল ঠাই জুৰি ঘটিছে আৰু

ইয়াত বহুতো বিভিন্ন প্ৰকাৰৰ ঘটনা আছে। দেখাদেখিকৈয়ে নাট্যকাৰজনে পাহৰি গৈছিল যে ইমানখিনি ঘটনা এদিনৰ ভিতৰত ঘটিব নোৱাৰে আৰু ইমান বহুলভাৱে পৰিৱৰ্ত্তন হৈ থকা দৃশ্যৱাজিৰ নাটকীয় প্ৰদৰ্শনো সম্ভৱপৰ নহয়। ইয়াৰপৰাই এই কথা স্বভাৱতে অনুমান কৰা যায় যে পুৰণি অভিনয়ত সকলোবিলাক দৃশ্যকে সম্পূৰ্ণ ৰূপে দেখুওৱা নহৈছিল ॥ ৬৬ ॥

সীতাৰ অভাৱত ৰামৰ অৱস্থা দেখি লক্ষ্মণে কৰা বিলাপেৰে দৃশ্যটি আৰম্ভ হৈছে। তাৰ পাচত ৰামে প্ৰৱেশ কৰি তেওঁৰ দুৰ্ভাগ্যৰ বিষয়ে স্বগতোক্তি কৰিছে। তেওঁলোকে আমাক জটায়ুৰ পতনৰ বিষয়ে জানিবলৈ দিয়ে আৰু দণ্ডকৰ যি অংশত মূৰ নোহোৱা দানৱ কবন্ধই বাস কৰে তালৈ সীতাৰ অন্বেষণত আগ বাঢ়ে। সেই ঠাইৰ ওচৰতে তেওঁলোকে এগৰাকী নাৰী তপস্বিনীৰ আৰ্ত্তনাদ শুনিবলৈ পায় আৰু ৰামে তেওঁৰ সাহায্যৰ কাৰণে লক্ষ্মণক পঠায়। তেওঁলোক উভতি আহে আৰু লক্ষ্মণে কবন্ধৰ মৃত্যুৰ বতৰা জনায়, তপস্বিনী গৰাকীয়ে ৰাৱণৰ ভায়েক বিভীষণে আশ্ৰয় প্ৰাৰ্থনা কৰি দিয়া চিঠি এখনি ৰামৰ হাতত দিয়ে। মন্ত্ৰীৰ ষড়যন্ত্ৰত বিভীষণৰ ৰাজ্য ত্যাগৰ কথা নাট্যকাৰে ইতিমধ্যে পূৰ্ব্বৰ অঙ্কত উন্মুকিয়াই আহিছে আৰু তেওঁৰ সম্প্ৰদায়ৰ সাধাৰণ ৰীতিৰ বিৰুদ্ধে গৈয়ো পাঠকসকলক ইয়াৰ বিষয়ে অনুমান কৰি ল'বলৈ এৰি দি ভালেই কৰিছে। ৰামে (তেওঁৰ) "প্ৰিয়বন্ধু লঙ্কেশ্বৰলৈ" কি উত্তৰ দিব এই কথা লক্ষ্মণক সুধিছে আৰু লক্ষ্মণে কৈছে যে সেই শব্দকেইটিয়েই যথেষ্ট হ'ব[৪৯]। তাৰ পাচত তপস্বিনী গৰাকীয়ে তেওঁলোকক জনায় যে হনুমান আৰু আন আন সকলে সীতাৰ উত্তৰীয় বস্ত্ৰ লাভ কৰিছে। তাৰ পাচত তেওঁলোকে তেওঁলোকৰ বাসস্থান ঋষ্যমূকৰ ফালে যাত্ৰা

(৪৯) ইয়াত দুটি প্ৰতিজ্ঞাৰ ইঙ্গিত আছিল— প্ৰথম, বন্ধুত্বৰ চুক্তি; দ্বিতীয়, লঙ্কা ৰাজ্য দান।



কৰে। বাটত ৰামে এটা দৈত্যৰ জঁকা গোৰ মাৰি আঁতৰাই এটা অদ্ভুত কাম কৰে ॥ ৬৭ ॥

তাৰ পাচত মাল্যৱানৰ প্ৰৰোচনাত ৰামৰ বিৰোধিতা কৰিবলৈ কপিৰাজ বালিয়ে প্ৰৱেশ কৰে। তেওঁলোকৰ সাক্ষাত হয় আৰু সাধাৰণ সম্ভাষণৰ আদান-প্ৰদানৰ পাচত দুয়ো যুদ্ধ কৰিবলৈ ওলাই যায়। বালিয়ে গুৰুতৰভাৱে আঘাত পায়। সেই অৱস্থাত আন আন কপিপ্ৰধানসকলৰ সৈতে তেওঁৰ ভায়েক সুগ্ৰীৱে তেওঁক মঞ্চৰ ওপৰলৈ আনে আৰু সুগ্ৰীৱকেই কপি-সকলৰ ৰজা বুলি স্বীকাৰ কৰায়। তাৰ পাচত মতঙ্গৰ যজ্ঞাগ্নিক সাক্ষী কৰি ৰাম আৰু সুগ্ৰীৱ চিৰকলীয়া বন্ধুত্বত বান্ধ খায়। বালিয়ে তেওঁৰ অনুসৰণকাৰীসকলক ৰাৱণৰ সৈতে হ'বলগীয়া যুদ্ধৰ বিষয়ে কিছুমান উপদেশ দিয়ে আৰু মৃত্যু আসন্ন হৈ পৰাত তেওঁক আঁতৰাই নিয়া হয়। ইমানতে এই অঙ্ক শেষ হৈছে ॥ ৬৮ ॥

প্ৰথম দৃশ্যটো সম্পূৰ্ণৰূপে ভৱভূতিৰ সৃষ্টি। দেখাদেখিকৈয়ে ৰামায়ণৰ তৃতীয় কাণ্ডৰ প্ৰথম ৫৬ অধ্যায়ৰ ঘটনাসমূহৰ অগ্ৰগতিৰ সৈতে আমাক পৰিচিত কৰিবলৈকে এইটি ৰচিত হৈছিল। দ্বিতীয় দৃশ্যটো আংশিকভাৱে তৃতীয় কাণ্ডৰ বাকী থকা অধ্যায়কেইটা আৰু সম্পূৰ্ণ চতুৰ্থ কাণ্ডৰপৰা লোৱা, কিন্তু আমাৰ লেখকে তাকে আনুগত্যৰে অনুসৰণ কৰা নাই। ইয়াৰ বিৰুদ্ধে গৈ তেওঁ সুগ্ৰীৱক তেওঁৰ ককায়েকৰ বিশ্বাসী অনুচৰ ৰূপে অঙ্কিত কৰিছে। বালিৰ বধত তেওঁৰ সহযোগিতাৰ কথা সম্পূৰ্ণৰূপে বাদ দিয়া হৈছে আৰু ৰামৰ সৈতে বালিৰ বিবাদ মাল্যৱানৰ প্ৰৰোচনাৰ হেতুকে হোৱা বুলি দেখুৱা হৈছে। সুগ্ৰীৱৰ ৰামৰ সৈতে বন্ধুত্বৰ কাৰণ আৰু সময় আৰু যি কাৰণে এইটো সংঘটিত হৈছিল ৰামায়ণত বেলেগ ভাৱে দেখুৱা হৈছে আৰু তাত বিভীষণৰ সৈতে ৰামৰ সাক্ষাত বহুত পাচতহে ঘটিছিল ॥ ৬৯ ॥

ষষ্ঠ অঙ্কটোত তিনটা দৃশ্য আছে। প্ৰথমটো ঘটিছিল মন্ত্ৰীৰ

ঘৰৰ চ'ৰাত,[৫০] দ্বিতীয়টো, সৰ্বতোভদ্ৰ,[৫১] 'সকলো ফালে মঙ্গল জনক' এই নামৰ ৰাজ-কাৰেঙৰ ওপৰ মহলাত আৰু তৃতীয়টো ঘটিছিল ওপৰৰ আকাশত—য'ত স্বৰ্গৰাজ ইন্দ্ৰ আৰু সাৰথি চিত্ৰৰথে তলত পৃথিৱীত ৰাম আৰু ৰাৱণৰ সৈন্য দলৰ ভিতৰত হোৱা যুদ্ধৰ বৰ্ণনা কৰিছে। দ্বিতীয় দৃশ্যটোক যথাযথভাৱে বাছি উলিয়াব নোৱাৰি; কিন্তু যদিও এই অঙ্কটো ৰামায়ণৰ পঞ্চম কাণ্ড আৰু প্ৰায় সমগ্ৰ ষষ্ঠ কাণ্ডৰ সৈতে মিলি যায় তথাপি পূৰ্ব্বৰ দুটা অঙ্কত থকা আৰু মই ইতিমধ্যে সমালোচনা কৰি যোৱা দোষ-বিলাকৰপৰা ই মুক্ত। ঘটনাসমূহক যথোচিতভাৱে সংক্ষিপ্ত কৰা হৈছে আৰু দৃশ্যবিলাকৰো ভালদৰেই অভিনয় কৰিব পাৰি ॥ ৭০ ॥

তেওঁৰ ষড়যন্ত্ৰবিলাকৰ নিষ্ফলতাত মাল্যৱানে কৰা স্বগতোক্তিৰে সৈতে প্ৰথম দৃশ্যটো আৰম্ভ হৈছে, তেনেতে মঞ্চৰ পাচৰপৰা নগৰ-খন দাহ কৰাৰ কথা ঘোষণা কৰা হৈছে। ত্ৰিজটাই আহি বতৰা দিছে যে হনুমানে এই কাম কৰিলে আৰু ৰাৱণৰ এটি পুত্ৰক বধ কৰিলে। মাল্যৱান তেতিয়া গুপ্তচৰ প্ৰেৰণ কৰাৰ বিষয়ে বিবেচনা কৰিবলৈ ওলাই যায় ॥ ৭১ ॥

দ্বিতীয় দৃশ্যত ৰাৱণে সীতাৰ ৰূপ বৰ্ণনা কৰি আছে, তেনেতে তেওঁৰ ৰাণী মন্দোদৰীয়ে ৰামৰ আগমন আৰু সমুদ্ৰত সেতু বন্ধনৰ বিষয়ে বতৰা দিয়েহি। ৰাৱণে তেওঁৰ উক্তি অবিশ্বাস কৰে আৰু কয়—"পৃথিৱীৰ সকলোবিলাক পৰ্ব্বতেও সমুদ্ৰতলিৰ এটা চুকো পূৰা কৰিব নোৱাৰিব।" তেনেতে নগৰত এটা সমূহীয়া কোলাহল শুনা যায় আৰু তেওঁৰ সেনাপতি প্ৰহস্তই নগৰ অৱৰোধ কৰাৰ

---

(৫০) তদেহি তাৱদভ্যন্তৰং প্ৰৱিশ্য প্ৰণিধিকাৰ্যং ৱিচাৰয়ামঃ। পৃঃ ২২৬ [ আহাঁ, তেনেহলে ভিতৰ সোমাই গুপ্তচৰৰ কাৰ্য্যৰ বিচাৰ কৰোহঁক। ]

(৫১) সামী কৃথু সংপদং সৱৱতোভদ্দং নাম অট্টালয়ং আৰু হিঅ ...চিট্ঠদি, পৃঃ ২২৫ [ স্বামীয়ে সম্প্ৰতি সৰ্বতোভদ্ৰ নামৰ অট্টালিকাত আৰোহণ কৰি অৱস্থান কৰিছে। ]



বিষয়ে বতৰা দিয়েহি। তাৰ পাচত বালিৰ পুত্ৰ অঙ্গদ এজন দূত ৰূপে ৰাৱণৰ ওচৰলৈ আহে আৰু সীতাক প্ৰত্যৰ্পণ কৰিবলৈ আৰু লক্ষ্মণৰ চৰণত প্ৰণিপাত জনাবলৈ তেওঁক কয়। সেই বতৰা শুনি ৰাৱণৰ খং উঠে আৰু তেওঁক শাস্তি দিবলৈ আদেশ কৰে। অঙ্গদে এটা চোকা উত্তৰ দি জপিয়াই ওলাই যায়। এটা বিৰাট কোলাহল শুনা যায়। ৰাক্ষসবিলাকৰ পতনৰ কথা ঘোষিত হয় আৰু লগে লগে ৰাৱণ যুদ্ধৰ কাৰণে সাজু হ'বলৈ ওলাই যায় ॥ ৭২ ॥

তৃতীয় দৃশ্যই যুদ্ধখন বৰ্ণনা কৰিছে। সেইখন ৰাৱণ আৰু তেওঁৰ বীৰপুত্ৰ মেঘনাদৰ মৃত্যুৰ লগে লগে শেষ হয়। যুদ্ধত ব্যৱহাৰ কৰা স্বৰ্গীয় ঐন্দ্ৰজালিক অস্ত্ৰবিলাক আৰু লক্ষ্মণৰ সঞ্জীৱনৰ কাৰণে হনুমানৰদ্বাৰা পৰ্ব্বত এটাৰ আনয়নৰ প্ৰদৰ্শন মঞ্চত অসম্ভৱ। ইন্দ্ৰ আৰু চিত্ৰৰথৰ কথোপকথনতেই এই অংশক সন্নিবিষ্ট কৰাৰ কাৰণে ভৱভূতিক দোষ দিব নোৱাৰি ॥ ৭৩ ॥

যিমান দূৰ অনুমান কৰিব পাৰি দৃশ্যবিলাক নাট্যকাৰৰ কল্পিত, কিন্তু প্ৰধান ঘটনাসমূহ ৰামায়ণৰপৰা লোৱা। ভৱভূতিয়ে অৱশ্যে সেইবিলাকক নিজৰ মতে ক্ৰমৱদ্ধ কৰিছে। দুই দলৰে প্ৰধানসকলৰ ভিতৰত উৱাজুৱাকৈ হোৱা যুদ্ধৰ কথা ৰামায়ণত নাই। ৰামায়ণৰ মতে মেঘনাদৰ 'সৰ্পবন্ধনে' ৰাম আৰু লক্ষ্মণ দুইকো বান্ধি পেলাইছিল; কিন্তু ভৱভূতিয়ে কৈছে যে লক্ষ্মণৰ গৰুড়াস্ত্ৰই ইয়াক খণ্ডন কৰিছিল। আগ্নেয়াস্ত্ৰৰে ৰামে কুম্ভকৰ্ণৰ সৈন্যদলক পুৰি ছাই কৰাৰ কথা ৰামায়ণত নাই আৰু মেঘনাদৰ মৃত্যু অলপ বেলেগ ধৰণে ঘটোৱা হৈছে। আন কিছুমান এনে খুঁতিনাটিতো ৰামায়ণৰ সৈতে এই বৰ্ণনাৰ সামঞ্জস্য নাই ॥ ৭৪ ॥

লঙ্কা নগৰীৰ বিলাপেৰে শেষৰ অঙ্কটোৰ আৰম্ভ হৈছে। তেওঁৰ ভনীয়েক অলকাই[৫২] আহি তেওঁক সান্ত্বনা দিছেহি। এই কথা মঞ্চৰ পাচৰপৰা ঘোষণা কৰা হৈছে যে সীতাই অগ্নি-পৰীক্ষাত

---

(৫২) অলকা হৈছে ৰাৱণৰ সতীয়া ককায়েক কুবেৰৰ ৰাজধানী।

পৱিত্ৰতাৰ পৰিচয় দি ওলাই অহাত দেৱতাসকলে সীতাক অভিনন্দন জনাইছে আৰু দেৱীসকলে ৰামক দেখা কৰিবলৈ গৈছে। ইয়াতে প্ৰথম দৃশ্যটো শেষ হৈছে ॥ ৭৫ ॥

তাৰ পাচৰ দৃশ্যত আকাশী-ৰথ পুষ্পক বিমানত উঠি ৱিভীষণে প্ৰৱেশ কৰে আৰু বন্দী হৈ থকা অপ্সৰাবিলাকৰ মুক্তিৰ কথা ঘোষণা কৰে। ৰামে ৱিভীষণক ধন্যবাদ জনায় আৰু তেওঁলোক আটায়ে বিমানত উঠি অযোধ্যালৈ বুলি যাত্ৰা কৰে। তেওঁলোকে ক্ৰমে এই ঠাইবিলাক পাই যায়—যেনে, ৰামৰ সেতু, মলয় পৰ্ব্বত, কাবেৰী নদী, পম্পাৰ কাষৰীয়া ঠাই আৰু দণ্ডকাৰণ্য ; তাৰ পাচত পায় সুউচ্চ শৈল পৰ্ব্বত—তাকে পাৰ হ'বলৈ বিমানখন স্বৰ্গৰ ওচৰ পায়গৈ। ইয়াৰপৰাই তেওঁলোকে শুভ্ৰশৃঙ্গ, কৃষ্ণশৃঙ্গ আৰু সুঘ্ৰাণ যুক্ত পৰ্ব্বতটি দেখে ৫৩। এইখিনিতে কুবেৰে পঠোৱা কিন্নৰ মিথুনে ৰাম আৰু তেওঁৰ পত্নীক অভিনন্দন জনায় আৰু বন্দনা কৰে। তাৰ পাচত বিমানখন বিশ্বামিত্ৰই তপস্যা কৰি থকা হিমালয়ৰ পাদ দেশৰ অভিমুখে যায়, তাৰ পাচত অযোধ্যাৰ ফালে যায় আৰু ইয়াতে তেওঁ ভ্ৰাতৃসকলক, মাতৃ-বিমাতৃসকলক, বশিষ্ঠক আৰু বশিষ্ঠ-পত্নীক লগ পায়। অলপ পাচতে বিশ্বামিত্ৰই তেওঁলোকৰ লগত যোগ দিয়েহি আৰু পূৰ্ব্বপুৰুষসকলৰ সিংহাসনত ৰামক অভিষিক্ত কৰে। এইখিনিতে অঙ্কটিৰ আৰু নাটখনিৰ সামৰণি পৰে ॥ ৭৬ ॥

এই দৃশ্যই ৰামায়ণৰ ষষ্ঠ কাণ্ডৰ শেষৰ আঠ অধ্যায়ৰ বিষয়-বস্তুক সামৰি লৈছে ; কিন্তু বাল্মীকিয়ে দিয়া ৰামৰ ভ্ৰমণৰ বিৱৰণ সবলতৰ ; তাত তেওঁৰ পৰবৰ্ত্তীজনৰ কল্পনাৰ আতিশয্যখিনি নাই। দুয়োটা বিৱৰণকে সম্পূৰ্ণৰূপে তুলনা কৰি চাবলৈ পাঠক-সকলক সুবিধা দিবৰ বাবে 'যুদ্ধ কাণ্ডৰ' ১০৮তম অধ্যায়ৰ প্ৰধান কেইশাৰী তুলি দিছোঁ—

(৫৩) কৈলাস পৰ্ব্বত, অঞ্জন পৰ্ব্বত আৰু গন্ধমাদন পৰ্ব্বত।



অনুজ্ঞাতুং তু ৰামেণ তদ্বিমানং মনোজৱম্।
উৎপপাত মহামেঘঃ শ্বসনেনোদ্ধতো যথা ॥
পাতয়িত্বা ততশ্চক্ষুঃ সৰ্ব্বতো ৰঘুনন্দনঃ।
অব্ৰৱীন্মৈথিলীং সীতাং ৰামঃ শশিনিভাননাম্ ॥
কৈলাশ শিখৰাকাৰে ত্ৰিকূট-শিখৰে-স্থিতাম্।
পশ্য লঙ্কাং তু ৱৈদেহি নিৰ্ম্মিতাং ৱিশ্বকৰ্ম্মণা ॥
এযোঽসৌ দৃশ্যতে দেৱি সমুদ্ৰঃ সৰিতাং পতিঃ।
পৌৱিকো জ্ঞাতিৰস্মাকং যেন সহ্যং কৃতং মম ॥
এষ সেতুৰ্ময়া বদ্ধঃ সাগৰে মকৰালয়ে।
তৱ হেতোৰ্ৱিশালাক্ষি কীৰ্ত্তিৰেষা ভৱিষ্যতি ॥
পশ্য সাগৰমক্ষোভ্যং ৱৈদেহি ৱৰুণালয়ম্।
অপাৰমিৱ গৰ্জ্জন্তং শঙ্খ-মীন-সমাকুলম্ ॥
এতদ্বেলাৱনং দেৱি তমালৱনশোভিতম্।
হিন্তালতালগহনং নক্তমালসমাকুলম্ ॥
এষ তীৰে সমুদ্ৰস্য স্কন্ধাবাৰো যশস্বিনী।
যত্ৰ ৰাক্ষসৰাজোঽয়মাজগাম ৱিভীষণঃ ॥
এষা সা দৃশ্যতে সীতে কিষ্কিন্ধা চিত্ৰকাননা।
সুগ্ৰীৱনগৰী ৰম্যা যত্ৰ বালী হতো ময়া ॥
এতন্মাল্যৱতঃ শৃঙ্গং কিষ্কিন্ধ্যা দ্বাৰি ভাস্বৰম্।
চত্বাৰো বাৰ্ষিকা মাসা যত্ৰ দেব্যুষিতা ময়া ॥
ৱীক্ষস্ব সুমহান্ সীতে সৰিদ্ব্যাদিৱ তোয়দঃ।
ঋষ্যমূকো গিৰিৱৰো ধাতুভিৰ্বহুভিৰ্বৃতঃ
এষা সা দৃশ্যতে পম্পা নলিনী চিত্ৰকাননা।
ত্বয়া বিহীনো যত্ৰাহং তৎ তদ্বহু ৱিলপ্তৱান্ ॥
এষা সা পৰ্ণশালা চ দৃশ্যতে চাৰুদৰ্শনে।
যতস্ত্বং ৰাক্ষসেন্দ্ৰেন ৰাৱণেন হৃতা বলাৎ ॥

এষা গোদাৱৰী ৰম্যা প্ৰসন্নসলিলা শুভা।
অগস্ত্যস্যাশ্ৰমশ্চৈৱ দৃশ্যতে কদলীবৃতঃ ॥
দৃশ্যতেঽয়ং চ ৱৈদেহি চিত্ৰকূটঃ শিলোচ্চয়ঃ।
যত্ৰ মাং কৈকেয়ীপুত্ৰঃ প্ৰসাদয়িতুমাগতঃ ॥
এষা মন্দাকিনী পুণ্যা নদী স্বৱিমলোদকা।
পিতুৰ্নিৰ্বপণং যত্ৰ ময়া মূলফলৈঃ কৃতম্ ॥
এষা চ যমুনা ৰম্যা দৃশ্যতে চিত্ৰকাননা।
ভৰদ্বাজাশ্ৰমশ্চৈৱ প্ৰয়াগমভিতঃ শিৱঃ ॥
ইয়ং চ দৃশ্যতে সীতে গঙ্গা ত্ৰিপথগামিনী।
শৃঙ্গৱেৰ পুৰং চৈৱ গুহো যত্ৰ সখা মম ॥
ইঙ্গুদীমূলমেতচ্চ দৃশ্যতে তনুমধ্যমে।
এক ৰাত্ৰোষিতা যত্ৰ তীৰ্ত্বা ভাগীৰথীং ৱয়ম্ ॥
এষা সা দৃশ্যতে সীতে ৰাজধানী পিতুৰ্মম।
অযোধ্যা কুৰু ৱৈদেহি প্ৰণামং পুনৰাগতা ॥
ততস্তে ৱানৰা সৰ্বে সসুগ্ৰীৱ-ৱিভীষণাঃ।
উৎপত্যোৎপত্য সংহৃষ্টাঃ পুৰীং তাং দদৃশুস্তদা ॥

[ ৰামৰ আজ্ঞা পাই সেই মনৰ সমান বেগী বিমানখনে বতাহৰ আঘাতত মহামেঘ ওপৰলৈ উৰাদি ওপৰলৈ উঠি গ'ল ॥ তাৰ পাচত সকলো ফালে দৃষ্টি নিক্ষেপ কৰি ৰঘুনন্দন ৰামে জোনৰ দৰে শুৱনি মুখৰ মিথিলা-কুঁৱৰী সীতাক ক'লে ॥ হেৰা বৈদেহী, কৈলাস শিখৰৰ নিচিনা ত্ৰিকূট শিখৰত থকা ৱিশ্বকৰ্ম্মাই নিৰ্ম্মাণ কৰা লঙ্কাখনি চোৱাঁ ॥ হে দেৱী, এয়া সৰিৎসকলৰ পতি সমুদ্ৰ ; তেওঁ মোৰ পুৰণি কালৰ জ্ঞাতি আৰু তেওঁ মোৰ প্ৰতি সহনীয় হৈ পৰিছিল ॥ হে বিশালাক্ষি, এই জলচৰবিলাকৰ আলয় সমুদ্ৰত সেতুখন ময়েই তোমাৰ কাৰণে বান্ধিলোঁ আৰু ইয়েই কীৰ্ত্তিৰূপে থাকি যাব ॥ হে বৈদেহি, বৰুণালয় আৰু পাৰ নোহোৱা যেন লগা, গৰ্জ্জন কৰি থকা, শঙ্খ আৰু মৎস্যবদ্ধাৰা পৰিপূৰ্ণ অলৰ-



অচৰ সাগৰখন চোৱাঁ ॥ তমাল বনেৰে শোভিত, হিন্তাল আৰু তাল গছেৰে ঠাঁহ খাই থকা নক্তমাল গছেৰে পৰিপূৰ্ণ সমুদ্ৰতীৰৰ বনখনিলৈ চোৱাঁ ॥ হে যশস্বিনী, সমুদ্ৰতীৰত এয়া সেই শিৱিৰটো য'ত এই ৰাক্ষসৰাজ ৱিভীষণে আহি আমাক লগ ধৰিছিলহি। হে সীতা, এয়া সেই সুন্দৰ কিষ্কিন্ধ্যা কানন য'ত সুগ্ৰীৱৰ নগৰীত মই বালিক বধ কৰিছিলো ॥ হে দেৱী, এয়া কিষ্কিন্ধ্যাৰ দুৱাৰত মাল্যৱান পৰ্ব্বতৰ উজ্জ্বল শৃঙ্গটো—য'ত মই বাৰিষাৰ চাৰিটা মাহ বাস কৰিছিলো ॥ সীতা, বিজুলীৰ সৈতে প্ৰকাশ পোৱা মেঘৰ নিচিনা, বহুতো ধাতুৰে আবৃত, সুমহান্ গিৰিশ্ৰেষ্ঠ ঋষ্যমূক পৰ্ব্বতটো চোৱাঁ ॥ এয়া আকৌ শুৱনি বনেৰে সৈতে পম্পা নামৰ পদ্মৰ সৰোবৰটি দেখা গৈছে য'ত তোমাৰ অবিহনে মই বহুতো বিলাপ কৰিছিলো ॥ হে চাৰুদৰ্শনা, এয়া সেই পৰ্ণশালাটো দেখা গৈছে—য'ৰপৰা তোমাক ৰাক্ষসৰাজ ৰাৱণে বলেৰে হৰণ কৰি নিছিল ॥ এইখন, নিৰ্ম্মল পানীৰে সৈতে ধুনীয়া পুণ্যময়ী গোদাৱৰী নদী আৰু ওচৰতে লাগনি গছৰে আগুৰি থকা অগস্ত্যৰ আশ্ৰমখনো দেখা গৈছে ॥ আকৌ এই চিত্ৰকূট নামৰ পাহাৰটো দেখা গৈছে—য'ত মোক কৈকেয়ীপুত্ৰ ভৰতে সন্তুষ্ট কৰিবলৈ আহিছিল ॥ এইখন নিৰ্ম্মলোদকা পুণ্যৱতী নদী মন্দাকিনী—য'ত মই ফল-মূলেৰে সৈতে পিতৃৰ তৰ্পণ দিছিলো ॥ এইখন শুৱনি বনেৰে সৈতে ধুনীয়া যমুনাখন দেখা গৈছে আৰু প্ৰয়াগৰ ওচৰতে মঙ্গলময় ভৰদ্বাজৰ আশ্ৰমখনো দেখা গৈছে ॥ সীতা, এইখন আকৌ ত্ৰিপথগামিনী গঙ্গা চকুত পৰিছে। আকৌ শৃঙ্গবেৰপুৰ বোলা ঠাইখন, য'ত মোৰ সখা গুহই বাস কৰে তাকো দেখা পোৱা গৈছে ॥ হে তনুমধ্যমা, এয়া আকৌ ইঙ্গুদী গছৰ গুৰি দেখা গৈছে—য'ত আমি ভাগীৰথী পাৰ হৈ এৰাতি বাস কৰিছিলো ॥ এয়া মোৰ পিতাৰ ৰাজধানী অযোধ্যা দেখা পোৱা গৈছে। হেৰা বৈদেহী, তুমি আকৌ উভতি আহিছা যেতিয়া প্ৰণাম কৰাঁ ॥ তাৰ পাচত সুগ্ৰীৱ আৰু ৱিভীষণকে আদি কৰি

সকলো বান্দৰে জপিয়াই জপিয়াই ৰং মনেৰে সেই নগৰীখন চাবলৈ ধৰিলে ॥ ] ॥ ৭৭ ॥

ভৰ্ত্তৃহৰিয়ে [ ভট্টিয়ে ? ]* ৰামায়ণক আখৰে আখৰে অনুসৰণ কৰিছে। ৰামৰ প্ৰত্যাৱৰ্ত্তনৰ তেওঁ দিয়া বিৱৰণ পাঁচোটা অতি সুন্দৰ শ্লোকত আছে। (২২সৰ্গৰ ২৪শ শ্লোকৰপৰা ২৮শ শ্লোকলৈ। কালিদাসে ৰঘুবংশৰ ত্ৰয়োদশ সৰ্গত দিব্য বিমান-খনত আকাশমাৰ্গ ইদি ভ্ৰমণৰ এটা নিয়মীয়া বিৱৰণ দিছে। কালিদাসেই এই বিষয়ত প্ৰথম কৰি বুলি মোৰ ওচৰত প্ৰতিভাত হৈছে। তেওঁ এঠাইত স্পষ্টভাৱে কৈছে—

ক্বচিৎ পথা সঞ্চৰতে সুৰাণাং ক্বচিদ্‌ঘনানাং পততাং ক্বচিচ্চ ॥
যথাৱিধো মে মনসোঽভিলাষঃ প্ৰৱৰ্ত্ততে পশ্য তথা ৱিমানস্ ॥

[ কেতিয়াবা দেৱতাসকলৰ মাৰ্গত বিচৰণ কৰে, কেতিয়াবা মেঘমাৰ্গ ইদি যায় আৰু কেতিয়াবা পক্ষীবিলাকৰ পথত বিচৰণ কৰে। মোৰ মনৰ যেনে অভিলাষ, চোৱাঁ বিমানখনো তেনেদৰেই গৈছে ॥ ] ভৱভূতিয়ে সেই কাৰণে তেওঁৰ আমোদজনক বৰ্ণনাটোৰ সম্পূৰ্ণ মৌলিকতা দাবী কৰিব নোৱাৰে আৰু যদিও তেওঁৰ বিমানখনৰ উচ্চতৰ স্তৰত ভ্ৰমণ খুব বৈচিত্ৰ্যপূৰ্ণ তথাপি পৃথিৱীৰ ভৌগলিক জ্ঞান নথকা হেতুকে সেই ক্ষেত্ৰত যিমানখিনি সুবিধা এনেয়ে ল'ব পাৰিলেহেঁতেন সিমানখিনি তেওঁ ল'ব নোৱাৰিলে ॥ ৭৮ ॥

ৰামৰ প্ৰত্যাৱৰ্ত্তনৰ বৰ্ণনাৰ বিষয়ত কিছুমান পৰবৰ্ত্তী নাট্যকাৰ কিন্তু ভৱভূতিৰ ওচৰত যথেষ্ট ঋণী। পৌৰাণিক কাহিনীৰ জ্ঞানৰ উন্মুক্ত আৰু সেই কাৰণেই অমাৰ্জ্জিত প্ৰকাশেৰে সৈতে আৰু পুষ্পক ৰথখনৰ যাত্ৰাৰ বিষয়ত সামান্য পৰিবৰ্ত্তনৰ সৈতে বাল-ৰামায়ণ আৰু অনৰ্ঘৰাঘৱত দিয়া বিবৰণ প্ৰায় মিলি যায়। জয়দেৱে অৰণ্যে ভ্ৰমণটো অতি চুম্বককৈ বৰ্ণনা কৰিছে—যেহেতু তেওঁ নিজৰ ৰচনাক এটা অভিনৱত্ব দিব খুজিছিল, কিন্তু তেওঁৰ

*বৰ্ত্তমান ভৰ্ত্তৃহৰি আৰু ভট্টি দুজন লোক বুলি প্ৰমাণ হৈছে।—সঃ



পূৰ্ব্ববৰ্ত্তীসকলৰ ৰচনাই সেই বিষয়ে অতি অলপহে নতুন কথা বাকী ৰাখিছিল। মই মধুসূদন মিশ্ৰৰ কথা উনুকিওৱা নাই, কিয়নো তেওঁ বিষয়টোৰ উল্লেখ মাত্ৰ কৰি তাক সম্পূৰ্ণৰূপে বাদ দি গৈছে ॥ ৭৯ ॥

বহুতো গুৰুত্বপূৰ্ণ প্ৰশ্নৰ ক্ষেত্ৰত জ্ঞান দিব পাৰে কাৰণে মহাবীৰচৰিত নাটকখন ঐতিহাসিক দৃষ্টিকোণৰপৰা আমাৰ সযত্ন মনোনিবেশৰ যোগ্য। মনুকেই সৰ্ব্বপ্ৰথম ধৰ্ম্মশাস্ত্ৰকাৰ বুলি আৰু তেওঁৰ সূত্ৰবিলাকক থকাবিলাকৰ ভিতৰত প্ৰাচীনতম বুলি ভবাটো আমাৰ সহজ হৈ পৰিছে; কিন্তু ভৱভূতিয়ে আমাক কৈছে যে ৱশিষ্ঠই প্ৰথমে ধৰ্ম্মৰ দৃষ্টি লভিছিল আৰু মনু আৰু আনসকলে পাচত তাকে প্ৰকাশ কৰিছিল[৫৪]। ভৱভূতিৰ দিনত যে ধাৰণাটো তেনেকুৱাই আছিল সেই বিষয়ে আমাৰ সন্দেহ নাই; আৰু বশিষ্ঠৰ সূত্ৰৰ ভাষাবিলাক তুলনা কৰি চাই দেখা যায় যে এইটোৱেই শুদ্ধ ধাৰণা। আন কি এতিয়া যি অৱস্থাত পোৱা যায় তাৰপৰাও দেখা যায় যে বশিষ্ঠৰ লেখা-খিনি ইমান সহজ আৰু সৰল যে ভৱভূতিৰ মতটোৰো সহায় লৈ মই ধৰ্ম্মশাস্ত্ৰবিলাকৰ ভিতৰত ইয়াক প্ৰথম ঠাই দিবলৈ কোনো সঙ্কোচ নকৰোঁ। আনহাতে মনুসংহিতা জনপ্ৰিয় সূত্ৰবিলাকৰ এটি সংহিতা (সংকলন) মাত্ৰ বুলি প্ৰত্যেক ইউৰোপীয় পণ্ডিতে স্বীকাৰ কৰে আৰু প্ৰত্যেকজন সাৱধানী পাঠকৰ ওচৰতে সেই কথা ধৰা পৰিব ॥ ৮০ ॥

এই নাটকত (বী. চ, ৩/২) এজন অতিথিৰ অভ্যৰ্থনাৰ কাৰণে এজনী দামুৰীক বধ কৰাৰ কথা উল্লেখ কৰাটোও বৰ আমোদজনক।

(৫৪) প্ৰাগ্‌ ধৰ্ম্মস্য ভৱন্ত এৱ পৰম দ্ৰষ্টাৰ আসন্‌, গুৰোৰ্লব্ধা
জ্ঞানমনেকধা প্ৰবচনৈৰ্ম্মম্বাদ্বয়ঃ প্ৰাণয়ন্ ॥ ৱী ৪/২৫।
[ পূৰ্ব্বতে ধৰ্ম্মৰ প্ৰথম দ্ৰষ্টা আপুনিয়েই আছিল, প্ৰবচনৰদ্বাৰা গুৰুৰপৰা অনেক প্ৰকাৰে জ্ঞান লাভ কৰি পাচত মনু আদিয়ে ধৰ্ম্মশাস্ত্ৰ প্ৰণয়ন কৰিছিল ॥ ]

এই কথাটোৰে উল্লেখ আকৌ উত্তৰচৰিতৰ চতুৰ্থ অঙ্কত কৰা হৈছে।[৫৫] প্ৰাচীন ভাৰতত যে গো-মাংস ভক্ষণ চলিছিল এই কথা বোধকৰো বহুতেই জানে। এইটো পুৰণি শাস্ত্ৰবিলাকৰ দ্বাৰা সমৰ্থিত আৰু বহুতো প্ৰাচীন পুথিত ইয়াৰ উল্লেখ আছে। তলৰ শ্লোকটিত ভাব মিশ্ৰই ইয়াৰ গুণবিলাক কৈছে।

গো মাংসন্তু গুৰু স্নিগ্ধং পিত্তশ্লেষ্ম ৱিবৰ্দ্ধনম্।
বৃংহণং ৱাতহৃদ্বল্যমপথ্যং পীনসপ্ৰণুৎ ॥

[ গো-মাংস গধুৰ, স্নিগ্ধ আৰু পিত্ত আৰু কফ বৰ্দ্ধক, ই এটা বৃংহণ ( ৰস, ৰক্তাদিবৰ্দ্ধক ), বাতনাশক, বলকাৰক আৰু পীনস ৰোগৰ জনক ॥ ]। ইয়াৰপৰা সহজে এই সিদ্ধান্ত কৰিব পাৰি যে মাজে-সময়ে ৰোগীৰ পথ্যৰূপে যদি ইয়াৰ বিধান কৰা নহ'লহেঁতেন তেনেহলে তেওঁৰ গ্ৰন্থত ই ঠাই নাপালেহেঁতেন ॥ ৮১ ॥

কিন্তু গো-মাংস ভক্ষণৰ প্ৰথাৰ উল্লেখ কৰাতকৈ তেনে তেনে উপলক্ষত দামুৰী বধ কৰাৰ উল্লেখ কৰাৰ কাৰণেহে উদ্ধৃত অংশ-বিলাকৰ বিশেষত্ব অধিক। মই জনাত কোনো ধৰ্ম্মসংহিতাই এইটো অনুমোদন কৰা নাই। কিন্তু মই আন ঠাইতো দেখুৱাৰ দৰেই ভৱভূতিয়ে এই কথাটো বশিষ্ঠ-সংহিতাৰপৰাই লোৱা যেন লাগে, য'ৰ 'বৎসতৰী' বোলা শব্দটো প্ৰচলিত হিন্দু ভাবধাৰাৰ প্ৰতি আনুগত্যৰ হেতুকে কোনো লিপিকাৰে বাদ দি যোৱা যেন দেখা যায়। কিয়নো আগেয়ে কেতিয়াও নথকা অথবা তেওঁৰ দিনত নথকা এটা প্ৰথাৰ বিষয়ে উল্লেখ কৰি ভৱভূতিয়ে তেওঁৰ দৰ্শক-সকলৰ মন ক্ষুণ্ণ কৰিবলৈ সাহ কৰিলেহেঁতেন বুলি কেতিয়াও ধৰি ল'ব নোৱাৰি ॥ ৮২ ॥

নাৰীসকলৰ অৱস্থাৰ বিষয়েও এই নাটকে কিছু জ্ঞান দিয়ে।

(৫৫) শ্ৰোত্ৰিয়ায়াভ্যাগতায় ৱৎসতৰীং মহোক্ষং ৱা মহাজং ৱা নিৰ্ব্বপন্তি গৃহ মেধিনঃ। [ বেদজ্ঞ অতিথিৰ কাৰণে গৃহস্থসকলে দামুৰী বা ডাঙৰ বলদ বা ডাঙৰ ছাগলী এটা বধ কৰে। ]



ৱিদেহৰ ৰাজকুঁৱৰীসকল বিশ্বামিত্ৰৰ আশ্ৰমলৈ অনাবৃতভাৱেই গৈছিল। জামদগ্ন্যৰ সৈতে ভেটা-ভেটি হোৱাৰপৰা ৰামক বিৰত ৰাখিবলৈ সীতা অনুচৰবিলাকৰ সৈতে ওলাই আহিছে আৰু তেওঁ অযোধ্যালৈ উভতি অহাত তেওঁৰে সৈতে সীতাই সমাজৰ আগত ওলাইছে। বৃদ্ধা ৰাণীসকলে তেওঁলোকৰ সন্তানসকলক লগ পাবলৈ ওলাই আহে। তথাপি এই কথা ধৰি ল'ব নেলাগিব যে বয়ঃপ্ৰাপ্তা হিন্দু নাৰীসকলে তেওঁলোকৰ ইউৰোপীয় ভনীসকলৰ সৈতে সমানে গতি-বিধিৰ স্বাধীনতা উপভোগ কৰিছিল। এতিয়াৰ দৰেই তেতিয়াও তিৰোতাৰ কাৰণে স্বকীয়া কক্ষৰ ব্যৱস্থা আছিল। এতিয়াৰ দৰেই বয়ঃপ্ৰাপ্তা নাৰীসকলৰ অবাৰিতভাৱে সমাজত ওলাবলৈ অনুমতি নাছিল। এতিয়াৰ দৰেই পুৰুষৰ সৈতে তেওঁলোকক সম-মৰ্য্যাদা দিয়া নহৈছিল। ৱিদেহৰ ৰাজকুঁৱৰীসকলে অযোধ্যাৰ ৰাজকোঁৱৰ-সকলৰ সৈতে কথা নেপাতে। সীতাই জ্যেষ্ঠসকলক প্ৰণাম জনাবলৈ ওলাই অহা নাই; কিন্তু তেওঁৰ সেৱাৰ কথা ভিতৰৰপৰাই জনোৱা হৈছিল ( ৱী. চ ৪/৩৪ৰ পৰা ৪/৩৫ )। এতিয়া নগৰত হিন্দু নাৰীৰ আবুৰ বেচি হৈছে। আন কি গাঁওবিলাকতো কিছুমান চহকী পৰিয়ালে তেওঁলোকৰ তিৰোতাসকলক নগৰত ৰখাৰ দৰেই আবুৰত ৰাখে; কিন্তু বৈদিকোত্তৰ সংস্কৃত সাহিত্যৰ এই যুগটোত বয়ঃপ্ৰাপ্তা হিন্দু নাৰীসকলে অবাধে বিচৰণ কৰিব পাৰিছিল আৰু পুৰুষসকলক লগ পাব পাৰিছিল বুলি মানি লোৱাটো অন্ধতা হ'ব ॥ ৮৩ ॥

পঞ্চম অঙ্কৰ তৃতীয় শ্লোকত মলয়াচলৰ অৱস্থিতিৰ বিষয়ে নিৰ্ভুল-ভাৱে জনোৱাৰ কাৰণে ভৌগলিকভাৱেও নাটকখন মূল্যৱান। ৱাল্মীকিয়ে আন কি বিন্ধ্যৰ অৱস্থানো ভালদৰে নাজানিছিল। তেওঁৰ মতে তেওঁলোক দক্ষিণৰ ফালে যোৱাৰ পাচত সেই পৰ্ব্বততে কপি-সকলে সম্পাতিক লগ পাইছিল ( ৰামায়ণ ৪-৫৬-৩ )। পুৰাণবিলাকৰ ভূগোলো যিমান হ'ব পাৰে সিমান ভ্ৰান্ত। কালিদাসৰ গ্ৰন্থত থকা বিৱৰণেহে কেৱল দেখুৱায় যে মলয় ভাৰতৰ দক্ষিণত; কিন্তু ইয়াৰ

কাষেদিয়ে বৈ যোৱা বুলি কাবেৰীৰ উল্লেখ থকাত ই যে আধুনিক নীলগিৰিৰ সৈতে একে, সেই কথাত কোনো সন্দেহৰ থল নেথাকে। আন কিছুমান বিচাৰৰ সহায়তো এই সিদ্ধান্তত উপনীত হ'ব পাৰি। ইয়াৰ দক্ষিণলৈ থকা মাতুৰা পৰ্ব্বতমালাক ভৱভূতি আৰু কালিদাসে সঠিকভাৱে নেজানিছিল যেন লাগে—যেহেতু দুইজনে ইয়াক নীল-গিৰিৰ সৈতে ভুল কৰিছে। প্ৰথমজনে কৰিছে ৱী, ৭/১১ত আৰু দ্বিতীয়জনে ৰঘু ১২-২ত। অৱশ্যে এনেও হ'ব পাৰে যে নামটো দুই শাৰী পৰ্ব্বতৰ ক্ষেত্ৰতে প্ৰয়োগ কৰা হৈছিল ॥ ৮৪ ॥

সাহিত্যৰ ফালৰপৰা নাটকখনিৰ যথেষ্ট মূল্য আছে। ভাষাৰ জতুৱা ঠাচ শিকিব পাৰি কাৰণে ছাত্ৰসকলৰ বাবে ইয়াৰ অধ্যয়ন লাভজনক। একশ্ৰেণী অতি আৱশ্যকীয় শব্দ অৰ্থাৎ ক্ৰিয়া বা ধাতুৰ ইতিহাস আৰু অৰ্থবিলাক জানিবৰ বাবে অভিধান ৰচক-বিলাকৰ বাবে ই এটি অতি ফলপ্ৰদ উৎস। সেই শ্ৰেণী শব্দৰ বাবে তেওঁলোকে মিছাতে পুৰণি জনপ্ৰিয় শব্দকোষবিলাক খুচৰিব লগীয়া হয়। কাব্যৰ ফালৰপৰা ইয়াৰ সকলো গুণেই আছে—যিবিলাকৰ কথা মই ইয়াৰ পাচতেই ক'ম ॥ ৮৫ ॥

ভৱভূতিৰ পাণ্ডিত্যৰ বিষয়ে নাটকখনে যি ধাৰণা দিয়ে সি সঁচাকৈয়ে আচৰিত। প্ৰায় প্ৰত্যেকটো অঙ্কতেই সাহিত্যৰ কোনোবা এটা নহয় কোনোবা এটা শাখাত তেওঁৰ পাণ্ডিত্যৰ পৰিচয় আছে। প্ৰথম অঙ্কটো তেওঁৰ বৈদিক জ্ঞানেৰে আৰম্ভ হৈছে আৰু অথৰ্ব্ব-বেদৰ মন্ত্ৰবিলাকৰ বিষয়ে উল্লেখেৰে শেষ হৈছে। দ্বিতীয়টোৰে তেওঁৰ দেশৰ উপাখ্যানবিলাকৰ বিষয়ে গভীৰ জ্ঞানৰ পৰিচয় দিয়ে। ধৰ্ম্ম আৰু নীতি-বিষয়ক গ্ৰন্থবিলাকৰ বিষয়ে উল্লেখৰ উপৰিও তৃতীয় অঙ্কত যোগ-দৰ্শনৰ আভাস এটিও দিয়া হৈছে। চতুৰ্থাঙ্কৰ প্ৰথম অংশটো গোটেই ৰাজনীতি। গ্ৰন্থখনৰ বাকী অংশই ৰামায়ণৰ বিষয়ে তেওঁৰ সূক্ষ্ম জ্ঞানৰ পৰিচয় দিয়ে, তদুপৰি তেওঁৰ জ্ঞানৰ কথা অ'ৰ ত'ৰ অংশবিলাকৰপৰা জানিব পাৰি। ই নিঃসন্দেহে



এজন বিশেষ মানুহৰ বিশেষ জ্ঞানৰহে পৰিচয় দিয়ে, কিন্তু এই কথা সহজে অনুমান কৰিব পাৰি যে একে সমান গভীৰতা নেপালেও যিসকল দৰ্শকৰ আগত নাটকখনি অভিনীত কৰা হৈছিল তেওঁলোকৰ শিক্ষায়ো সাধাৰণতে এই সকলোবিলাক বিষয় সাঙুৰিছিল ॥ ৮৬ ॥

নাটক হিচাপে অৱশ্যে ইয়াৰ বহুতো দোষ আছে। তাৰে কিছুমানৰ বিষয়ে মই ইতিমধ্যেই মন্তব্য কৰি গৈছো। ৰামৰ কাহিনীটোক যথাযথভাৱে সংক্ষিপ্ত কৰা হোৱা নাই আৰু কিছুমান অঙ্কত বৰ্ণনাই অভিনয়তকৈ প্ৰাধান্য লাভ কৰিছে। চৰিত্ৰবিলাকো ভালদৰে অঙ্কিত হোৱা নাই আৰু মানৱ-চৰিত্ৰৰ বেয়া ফালটো সমূলি দেখুৱা হোৱা নাই। অতিশয়োক্তিৰ আতিশয্যপূৰ্ণ যি এটি ৰীতিত আমাৰ কৱিয়ে প্ৰায়ে হাত দিছে সেইটো আমাৰ পূৰ্ব্বপুৰুষ-সকলৰ বিশ্বাসৰ সৈতে সম্পূৰ্ণৰূপে খাপ খায় যদিও সি আধুনিক ৰুচিৰ বিৰোধী। এই বিষয়ত তেওঁ মূল আৰ্হি ৰামায়ণকো চেৰ পেলাইছে। ৰামায়ণৰ মতে হৰধনুখন প্ৰতিদ্বন্দ্বিতাৰ ক্ষেত্ৰলৈ আনিছিল মানুহে, কিন্তু ভৱভূতিয়ে ইয়াক স্মৰণ কৰিলত উপস্থিত হৈছে বুলি দেখুৱাইছে। বাল্মীকিৰ বান্দৰবিলাকে বনৰীয়া হাতীক ধৰিব পাৰিছিল আৰু গভীৰ হ্ৰদৰ পানীও ঘোদালিব পাৰিছিল (ৰামায়ণ, প্ৰথম কাণ্ড, ২০ অধ্যায়); ভৱভূতিৰ বান্দৰবিলাকে পৰ্ব্বতবিলাকো দলিয়াব পাৰিছিল আৰু সাগৰৰ পানীও পি শেষ কৰিব পাৰিছিল (৫/৩২)। ৰামায়ণত গৃধ্ৰৰাজ জটায়ুৱে উৰা মাৰিছে আৰু পৰ্ব্বতৰদৰে ৰাৱণৰ ৰথক বাধা দিছে। ৱীৰচৰিতত তেওঁ উৰি যাওঁতে মেঘ ভাগি কুঁৱলী হৈছে আৰু পৰ্ব্বতবিলাকো ভাগি ছিটিকি পৰিছে (৫/১) ॥ ৮৭ ॥

দ্বিতীয় নাটক উত্তৰ ৰামচৰিতখন তেওঁ নিজপুত্ৰ কুশ আৰু লৱক লগ পোৱালৈকে ৰামৰ কাহিনীটোৰেই ধাৰাবাহিক প্ৰকাশ। ৱীৰচৰিতৰ দৰে ইয়াতো সাতোটা অঙ্ক আছে। প্ৰথম অঙ্কৰ

প্ৰস্তাৱনাই আমাক জনাইছে যে কেইদিনমান থকাৰ পাচত জনক তেওঁৰ দেশলৈ উভতি গৈছে আৰু ৰামে তেওঁৰ পত্নীক পিতাকৰ অনুপস্থিতিৰ বাবে সান্ত্বনা দিবলৈ তেওঁৰ বাসগৃহত প্ৰৱেশ কৰিছে। তাৰ পাচত তেওঁলোকৰ কথোপকথনেৰে অঙ্কটি আৰম্ভ হয়, তেনেতে ঋষি অষ্টাবক্ৰ সোমাই আহে আৰু সীতাৰ মনোবাঞ্ছা পূৰ্ণ কৰিব লাগে আৰু তেওঁৰ প্ৰজাক সন্তুষ্ট ৰাখিব লাগে বুলি ৰামক তেওঁৰ আধ্যাত্মিক উপদেষ্টাসকলৰ এটি বাতৰি দিয়েহি। সীতাৰ বিসৰ্জ্জনক সমৰ্থন কৰিবৰ কাৰণে আৰু তাক সহজে গ্ৰহণ কৰিবৰ বাবে আমাক প্ৰস্তুত কৰিবলৈকে ইয়াক দিয়া হৈছে। তাৰ পাচত ঋষি জনা যায় আৰু লক্ষ্মণ সোমাই আহে আৰু প্ৰাসাদৰ বেৰত আঁকি থোৱা তেওঁলোকৰ প্ৰথম জীৱনৰ কাহিনী ছবিবিলাক চাবলৈ তেওঁলোকক ওলাই আহিবলৈ কোৱা হয়। তেওঁলোক ওলাই যায় আৰু চিত্ৰৰ বেলেগ বেলেগ অংশবিলাক অতি সুন্দৰ ভাষাত সীতাক বৰ্ণনা কৰি দেখুৱা হয়। যেতিয়া 'জৃম্ভকাস্ত্ৰ'বিলাকৰ ওপৰত সীতাৰ চকু পৰে তেতিয়া ৰামে তেওঁক সেইবিলাকক সেৱা কৰিবলৈ কয় যাতে সেইবিলাক তেওঁৰ সন্তানসকলেও লাভ কৰে। নাটকখনৰ বাকী অঙ্কবিলাকত ইয়াৰ যথেষ্ট ব্যৱহাৰ কৰা হৈছে। তাৰ পাচত সীতাৰ ভাগৰ লাগে আৰু তেওঁ স্বামীৰ বাহুত মূৰ থৈ শুই পৰে ॥ ৮৮ ॥

তেনেতে এজন দূত আহে আৰু ৰামক কাণে কাণে কয় যে ৰাক্ষসে হৰণ কৰা ৰাণী এগৰাকীক পুনৰ গ্ৰহণ কৰাত প্ৰজাই তেওঁক গৰিহণা দিছে। ৰাম নিৰুপায়! প্ৰজাক সন্তুষ্ট কৰিবই লাগিব। তেওঁ প্ৰিয়তমা সীতাৰ বিসৰ্জ্জনৰ আদেশ দিয়ে আৰু দূতজনে এই আদেশ লক্ষ্মণৰ ওচৰত নিবেদন কৰিবলৈ ওলাই যায়। ৰাণী এগৰাকী য'ত শুই আছে তেনে কক্ষলৈ এজন দূত সোমাই অহা কথাটোৱে সেই কক্ষবিলাক যে মুকলি ধৰণৰ তাৰে ইঙ্গিত দিয়ে বুলি তৰ্ক কৰিব পাৰি, কিন্তু কৰিয়ে তেনে ধৰণৰ ভুল ধাৰণা কৰাৰপৰা



আমাক ৰক্ষা কৰিবলৈকে এই দূতজনৰ বিষয়ে 'শুদ্ধান্তচাৰী' বোলা বিশেষণটি প্ৰয়োগ কৰিছে আৰু ই কেৱল ইয়াকে দেখুৱায় যে কিছুমান পুৰণা ভৃত্যই আভ্যন্তৰ কক্ষলৈ অবাধে প্ৰৱেশ কৰিব পাৰিছিল ॥ ৮৯ ॥

ৰাম শোকত অভিভূত হৈ পৰে। তেওঁৰ ৰাণীৰ নিষ্কলঙ্ক শৰীৰটো কলুষৰপৰা মুক্ত কৰিবলৈ তেওঁৰ বাহু আঁতৰাই আনে আৰু নিম্নলিখিত কৰুণ বিলাপখিনি হিয়া উজাৰি প্ৰকাশ কৰে —

"হন্ত বিপৰ্যস্তঃ সম্প্ৰতি জীৱলোকঃ। অদ্য পৰ্যৱসিতং জীৱিত-প্ৰয়োজনং ৰামস্য। শূন্যমধুনা জীৰ্ণাৰণ্যং জগৎ। অসাৰঃ সংসাৰঃ, কষ্টপ্ৰায়ং শৰীৰম্। অশৰণোঽস্মি কিং কৰোমি। কা গতিঃ। ক্ব গচ্ছামি। অথৱা,

দুঃখ সংৱেদনায়ৈৱ ৰামে চৈতন্যমৰ্পিতম্।
মৰ্মোপঘাতিভিঃ প্ৰাণৈৰ্ৱজ্ৰকীলায়িতং স্থিৰৈঃ ॥

হা অম্ব অৰুন্ধতি। হা ভগৱন্তৌ বশিষ্ঠ-বিশ্বামিত্ৰৌ। হা ভগৱন্ পাৱক। হা দেৱি ভূত ধাত্ৰি। হা তাত জনক। হা তাত। হা মাতৰঃ। হা প্ৰিয়সখ মহাৰাজ সুগ্ৰীৱ। হা সৌম্য হনূমন্। হা পৰমোপকাৰিন্ লঙ্কাধিপতে বিভীষণ। হা সখি ত্ৰিজটে। দূষিতাঃ স্থ, পৰিভূতাঃ স্থ ৰামহতকেন। অথৱা কো নামাহমেতেষামাহ্বানে।

তে হি মন্যে মহাত্মানঃ কৃতঘ্নেন দুৰাত্মনা।
ময়া গৃহীতনামানঃ স্পৃশ্যন্ত ইৱ পাপ্মনা ॥

যোঽহং বিশ্ৰম্ভাদুৰসি নিপত্য লব্ধনিদ্ৰামুন্মুচ্য প্ৰিয় গৃহিণীং গৃহস্য শোভাম্। আতঙ্ক স্ফুৰিত কঠোৰগৰ্ভ-গুৰ্ব্বীং ক্ৰব্যাদ্ভ্যো বলিমিৱ নিৰ্ঘৃণঃ ক্ষিপামি ॥" [ হায়, সম্প্ৰতি জীৱলোক ব্যাকুল হৈ পৰিল। আজি আৰু ৰামৰ জীয়াই থকাৰ প্ৰয়োজন শেষ হ'ল। জীৰ্ণ অৰণ্যৰ নিচিনা এই জগতখন এতিয়া শূন্য হৈ পৰিল। সংসাৰ অসাৰ হ'ল। শৰীৰ কষ্টপূৰ্ণ হ'ল। মোৰ আৰু আশ্ৰয় নাই। কি কৰোঁ। কি গতি। কলৈ যাম। অথবা—

দুখ অনুভৱ কৰিবৰ কাৰণেই ৰামক চেতনা দিয়া হৈছে। তাতে মৰ্ম্মঘাতি প্ৰাণেও বজ্ৰৰ খুটিৰ দৰে অলৰ-অচৰ হৈ ৰৈ আছে॥ হাঁয় মাতৃ অৰুন্ধতি। হাঁয় ভগবান বশিষ্ঠ আৰু বিশ্বামিত্ৰ। হাঁয় ভগবান অগ্নি। হে দেবি ভূতধাত্ৰি। হাঁয় পিতৃ জনক। হে পিতা, হে মাতৃসকল। হে প্ৰিয় সখি মহাৰাজ সুগ্ৰীৱ। হে সৌম্য হনূমান। হে পৰম উপকাৰী লঙ্কাধিপতি ৱিভীষণ, হে সখি ত্ৰিজটা, হতভগীয়া ৰামৰদ্বাৰা আজি তোমালোক আটায়ে দূষিত হ'লা। তোমালোক অপমানিত হ'লা। অথবা মই এই সকলক আহ্বান কৰিবলৈ কোন কৃতঘ্ন দুৰাত্মা মই নাম ল'লত সেই মহাত্মাসকলকো যেন পাপেহে ছুইছে। কিয়নো মই—

বিশ্বাস কৰি বুকুত শুই টোপনি যোৱা, আতঙ্কত কঁপি উঠা পূৰ্ণগৰ্ভ ধাৰণকাৰিণী, গৃহৰ শোভা, প্ৰিয় গৃহিণীক আঁতৰাই হিংস্ৰ-জন্তুবিলাকৰ মাজত বলিৰ দৰে নৃশংসভাৱে বিলাই দিছো॥ ]

তাৰ পাচত তেওঁ সীতাৰ চৰণ স্পৰ্শ কৰি কান্দিবলৈ ধৰে। তেনেতে ভীতি-বিহ্বল ঋষি কিছুমানৰ আগমনে শত্ৰুঘ্নক তেওঁলোকৰ সাহায্যাৰ্থে পঠাবলৈ যাবলৈ তেওঁক বাধ্য কৰিছে। তাৰ পাচত দূত দুৰ্মুখ আহি কোনো সন্দেহ নকৰা সীতাক লৈ গৈ সেই ৰথ-খনত উঠিবলৈ কয়—যি ৰথখনেই তেওঁক বিসৰ্জ্জন দিবলৈ লৈ যাব। ইমানতে অঙ্কটি শেষ হয়॥ ৯০॥

সীতাৰ বিসৰ্জ্জন আৰু তাৰ কাৰণ আদি প্ৰধান ঘটনাখিনিৰ বাবে ভৱভূতি ৰামায়ণৰ উত্তৰা কাণ্ডৰ ওঁচৰত ঋণী; কিন্তু গোটেই-খিনি ঘটনা তেওঁ নিজেই সজাইছে আৰু এই অঙ্কটি সম্পূৰ্ণৰূপে তেওঁৰ সৃষ্টি বুলি ক'লে বঢ়াই কোৱা নহ'ব। নাটকীয় অভিনয়ত ই চহকী নহয়, কিন্তু ইয়াৰ কোনো অংশই অসম্ভৱ নহয় অথবা নাটকীয় প্ৰদৰ্শনৰ অনুপযোগী নহয়॥ ৯১॥

দ্বিতীয় অঙ্কটিয়ে ইতিমধ্যে বাৰ বছৰৰ এটি ব্যৱধানৰ কথা ধাৰণা কৰায়। এই মন্তব্যও অৱশ্যে কৰা হয় যে নাটকীয় সম্ভাৱনাৰ



ওচৰত এই কথা অসত্য বুলি প্ৰতিভাত হয়। মই এই মত মানি ল'ব নোৱাৰো, যেহেতু এই বিষয়ত কোনো বাস্তৱিক অসম্ভাৱ্যতা নাই আৰু এনে কোনো ধৰা-বন্ধা সীমা নিৰ্দ্ধাৰণ কৰি দিব নোৱাৰি যাৰ ভিতৰত নাট্যকাৰে নিজৰ নাটকৰ সময় আবদ্ধ ৰাখিব। জনস্থান অৰণ্যৰ বেলেগ বেলেগ দুখন ঠাইৰ দুটা দৃশ্যৰে অঙ্কটি হৈছে। প্ৰথমটো সম্পূৰ্ণৰূপে ভৱভূতিৰ নিজৰ সৃষ্টি। দ্বিতীয় দৃশ্যত থকা শম্বুক বধৰ কথা ৰামায়ণৰপৰা লোৱা॥ ৯২॥

প্ৰথম দৃশ্যত ৱাল্মীকি-শিষ্যা আত্ৰেয়ীয়ে অৰণ্যদেৱতা ৱাসন্তীক লগ পাই কৈছে যে যেহেতু ৱাল্মীকি সম্প্ৰতি সীতাৰ যমজ সন্তান দুটিক তুলি-তালি ডাঙৰ কৰাত আৰু ৰামায়ণ প্ৰণয়ন কৰাত ব্যস্ত, সেই কাৰণে তেওঁ দাক্ষিণাত্যত বেদ শিক্ষা কৰিবলৈ আহিছে। এই উপদেৱতা গৰাকীক তেওঁ আৰু জনায় যে ৰামে অশ্বমেধ যজ্ঞ আৰম্ভ কৰিছে আৰু নিজৰ বৰ্ণবিৰোধী তপস্যা কৰা কাৰণে শম্বুকক শাস্তি দিবলৈ ৰাম ওলাই আহিছে। দৃশ্যটিয়ে নাটকীয়ভাৱে আমাক ইতিমধ্যে ঘটা ঘটনাবিলাকৰ সৈতে পৰিচিত কৰি দিয়ে, কিন্তু দৃশ্যটিৰ অভিনয়ৰ তীব্ৰতা অলপো নাই॥ ৯৩॥

'ৰাম নৌ ওপজোতেই ৰামায়ণ ৰচিত হৈছিল'-বোলাটো এটা জনপ্ৰিয় প্ৰবাদ। তাকে প্ৰাচীন অনুবাদকসকলৰ বিবৰণে দৃঢ়তৰ কৰি তুলিছে। এই কথাৰ দেখা দেখি অসম্ভাৱ্যতা প্ৰত্যেকজন আধুনিক ছাত্ৰৰ ওচৰত নিশ্চয় স্পষ্টভাৱে ধৰা পৰিব। প্ৰত্যেক-জন সাৱধানী ছাত্ৰই জানে যে আধুনিক সংস্কৰণবিলাকলৈকে হোৱা আটাইবিলাক যোগ দিয়া কথা, অতিৰঞ্জন আৰু আন সুমুৱাই দিয়া শ্লোকেৰে সৈতেও যিখনি মূল ৰামায়ণ, তাত এই অসম্ভৱ কথাটি নাই। প্ৰাচীন হিন্দুসকলৰ যে সাধাৰণ ধাৰণা তেনে নাছিল সেই কথা ভৱভূতিৰ বৰ্ণনাৰপৰা স্পষ্টভাৱে ওলাই পৰে। ভৱভূতিৰ মতে ৰামৰ সন্তান দুটি যেতিয়া বুজন হৈছিল তেতিয়ামানেহে ৱাল্মীকিয়ে ৰামায়ণ ৰচনা কৰিছিল।

আত্ৰেয়ীৰ[৫৬] অৱতাৰণাও বৈশিষ্ট্যপূৰ্ণ, কিন্তু ইয়াৰপৰাই আমি ততাতৈয়াকৈ এটা সিদ্ধান্ত কৰিব নালাগিব। তেওঁৰ নামটোৱে দেখুৱাৰ মতে তেওঁ এজনা ঋষিৰ কন্যা আৰু প্ৰথম শ্লোককেইটিৰপৰা[৫৭] সেই সময়ত তেওঁৰ বয়স ভাটী দিছিল বুলি বুজা যায়। সেই কাৰণে তেওঁৰ এই দেখাচাৰকৈ কৰা অধ্যয়নে এই কথা মুঠেও নেদেখুৱায় যে ভৱভূতিৰ দিনত তিৰোতাসকলৰ শিক্ষা সৰ্ব্বসাধাৰণ-ভাৱে চলিছিল বা মুকলিভাৱে কৰা হৈছিল ॥ ৯৪ ॥

দ্বিতীয় দৃশ্যত হাতত তৰোৱাল লৈ ৰামে প্ৰৱেশ কৰে আৰু অপৰাধী শম্বুকক আঘাত কৰে। ফলত শম্বুকে দেৱতাৰ ৰূপ পায় আৰু উভতি আহি তেওঁৰ উপকাৰী ৰামক ধন্যবাদ জনায় আৰু তেওঁক কয় যে অগস্ত্যই তেওঁৰ কাৰণে অপেক্ষা কৰি আছে। তাৰ পাচত তেওঁলোক সকলো যায়গৈ আৰু অঙ্কটিৰ সামৰণি পৰে। বৰ্ণবিষয়ক নীতি এটা ভঙ্গ কৰাৰ দোষত মৃত্যুৰ দৰে চৰম শাস্তি বিহাটোৱে সামাজিক কঠোৰতাৰ কথাকে ইঙ্গিত কৰে, কিন্তু এইটো ভাবি আনন্দ পাবৰ কথা যে ভৱভূতিয়ে অতীত কালৰ কাৰ্য্যাৱলীহে দেখুৱাইছে—তেওঁৰ নিজৰ সময়ৰ প্ৰথাবিলাক দেখুওৱা নাই। ইতিমধ্যে কোৱাই হৈছে যে দৃশ্যটি ঘটিছিল জনস্থানত য'ত ৰামে তেওঁৰ প্ৰিয় পত্নীৰ সৈতে বহুতো আনন্দৰ দিন কটাইছিল আৰু ভৱভূতিয়ে আধা বৰ্ণনামূলক আধা কৰুণ ৰীতি এটি অৱলম্বন কৰোতে এই কথাটি পাহৰি যোৱা নাই ॥ ৯৫ ॥

ব্যক্তিৰূপে চিত্ৰিত দুখনি নদী তমসা আৰু মুৰলাৰ প্ৰৱেশেৰে তৃতীয় অঙ্কটি আৰম্ভ হৈছে। তেওঁলোকৰপৰা আমি গম পাওঁ

(৫৬) অৰ্থাৎ অত্ৰিৰ কন্যা কিন্তু উইলচনে কোৱা দৰে অত্ৰিৰ ভাৰ্য্যা নহয়। তেনে ধৰণৰ প্ৰকৃতিপ্ৰত্যয়ৰ উইলচনে দিয়া ধৰণৰ অৰ্থ কেতিয়াও হ'ব নোৱাৰে।

(৫৭) সতাং সদ্ভিঃ সঙ্গ…



যে সূৰ্য্যৰ উপাসনা কৰিবলৈ সীতাই সেই বনলৈকে আহিব। ইয়াৰ পাচৰ দৃশ্যটিৰ ঘটনা ঘটিছিল পঞ্চৱটীত[৫৮]। দৃশ্যটি অভিনয়ৰ ফালৰপৰা চহকী নহয়, কিন্তু অত্যন্ত কৰুণ আৰু ই যদি কিছু চুটি হ'লহেঁতেন তেনেহলে ইয়াৰ আকৰ্ষণ আৰু বাঢ়িলহেঁতেন। সীতাই স্পৰ্শ কৰাৰ লগে লগে ৰামে পুৰণি স্মৃতি আৰু ভাবৰ দ্বাৰা জৰ্জ্জৰিত হৈ মূৰ্চ্ছা গৈছে। ভাগিৰথীৰ অনুগ্ৰহত তেওঁক আন কি বনদেৱতাসকলেও নেদেখে আৰু তেওঁৰ স্বামীয়ে মিছাতেই তেওঁক লাভ কৰিবলৈ চেষ্টা কৰিছে। অৱশেষত তেওঁৰ লগৰ ৱাসন্তীৰ উপদেশ ক্ৰমে তেওঁ আঁতৰি যায় আৰু অঙ্কটি শেষ হয়। ৰামৰ আচৰণৰ বিষয়ে এই মন্তব্য কৰা হৈছে যে তেওঁ এলকেষ্টিচৰ ( Alcestis ) নায়কতকৈ বহুতো উচ্চ 'আৰু কিছু বিষয়ত একে এটা অৱস্থাৰ বৰ্ণনাত ভাৰতীয় কৰি জন গ্ৰীচীয় জনতকৈ সমান পৰিমাণেই শ্ৰেয়ঃ।' [ য়ুৰিপিডাচ ] ॥ ৯৬ ॥

চতুৰ্থ অঙ্কটো আৰম্ভ হৈছে ৱাল্মীকিৰ দুজন শিষ্যৰ কথোপ-কথনেৰে যাৰপৰা আমি গম পাওঁ যে বশিষ্ঠ, জনক আৰু আন অতিথিসকলৰ অভ্যৰ্থনাৰ কাৰণে ঋষিজনাই বিৰাট আয়োজন কৰিছে। তেনে প্ৰয়োজনত এজনী চেউৰীক বধ কৰা বিষয়ে মই ইতিমধ্যেই মন্তব্য কৰিছো ॥ ৯৭ ॥

দ্বিতীয় দৃশ্যটো ৱাল্মীকিৰ[৫৯] আশ্ৰমৰ বাহিৰত এজোপা গছৰ তলত জনক আৰু ৰামৰ মাক কৌশল্যাৰ সাক্ষাতেৰে আৰম্ভ হৈছে। তেওঁলোক অহাৰ ফলত ল'ৰাবিলাকে এদিন ছুটি পাইছে আৰু তেওঁলোকৰ মাজত কৌশল্যাই নিজ পুত্ৰৰ চেহেৰাৰে এটি ল'ৰা

(৫৮) 'পংচৱটীদংসনেন মং মন্দভাইণীং অনুবন্ধন্তি' বুলি সীতাই কৈছে 'অনেন পঞ্চৱটীদৰ্শনেন' বুলি ৰামে কৈছে।

(৫৯) জনকঃ…সম্প্ৰত্যাশ্ৰমবহিৰ্বৃক্ষমূলমধিতিষ্ঠতি [ জনকে সম্প্ৰতি আশ্ৰমৰ বাহিৰত গছৰ তলত বহি আছে। ]

দেখা পায়। তেওঁক ওচৰলৈ মাতি অনোৱা হয়, কিন্তু ল'ৰাটিক তেওঁলোক তেতিয়াও ৰামৰ ল'ৰা বুলি চিনি নাপালে। অলপ পাচতে ৰামৰ যজ্ঞৰ ঘোঁৰাটো ওচৰলৈ আহে আৰু ল'ৰাটি আন ল'ৰাবিলাকৰ সৈতে ৰং চাবলৈ গুচি যায় আৰু বয়সীয়াসকলেও গৃহস্থজনক দেখা কৰিবলৈ যায়। ঘোঁৰাৰ লগত অহা সৈন্যবিলাকে ঘোষণা কৰে বোলে ৰামেই পৃথিৱীৰ একমাত্ৰ বীৰ। তেতিয়া ল'ৰাটিয়ে এনে ধৰণৰ ওফাইদাং মৰা কথা সহ্য কৰিব নোৱাৰিলে আৰু ঘোঁৰাৰ পতাকাখন আঁতৰাই পেলালে। সেই ল'ৰাটিৰেই নাম আছিল লব। সৈন্যবিলাকে তেওঁক জাকে জাকে বেৰি ধৰিলে আৰু লবই তৰোৱাল উলিয়াই ল'লে। ইমানতে অঙ্কটি শেষ হ'ল ॥ ৯৮ ॥

পূৰ্ব্বৰ অঙ্কটিৰ দৰে এইটিও সম্পূৰ্ণৰূপে কৱিৰ সৃষ্টি। যজ্ঞ-ঘোঁৰাটো ওলাই যোৱাৰ কথা অৱশ্যে ৰামায়ণত উল্লেখ কৰা হৈছে, কিন্তু ইয়াৰ লগত গৈছে লক্ষ্মণ আৰু তেওঁৰ পুতেকৰ অধিনায়কত্বত এটি সৈন্যদলে ঘোঁৰাটি ৰখি থকা নাই আৰু ফলত লব আৰু ৰখীয়া সৈন্যদলৰ ভিতৰত যুদ্ধ হোৱাৰ কথা ৰামায়ণত নাই। এই কথা কোৱা হয় যে এই বৰ্ণনাৰ কাৰণে ভৱভূতি পদ্মপুৰাণৰ পাতাল খণ্ডৰ ওচৰত ঋণী। এই উক্তিটি সম্পূৰ্ণ সত্য বুলি মই ক'ব নোৱাৰো। কিন্তু পুৰাণৰ গল্পটিত বহুতো নতুন কথা যোগ দিয়া হৈছে আৰু তাৰ বহুতো পৰিৱৰ্ত্তন সাধিত হৈছে। আধুনিক অৱস্থাত ইয়াৰ মতে ৰাম আৰু তেওঁৰ কেউজন ভায়েকৰ কুশৰ সৈতে যুদ্ধ কৰি পতন হৈছিল আৰু পাচত ৱাল্মীকিৰ সহায়তহে তেওঁলোকে প্ৰাণ পায়। দেখাদেখিকৈ এই কথাটি মহাভাৰতৰ অশ্বমেধ পৰ্ব্বৰপৰা লোৱা হৈছে—য'ত অৰ্জ্জুন তেওঁৰ পুত্ৰ বভ্ৰুবাহনৰ সৈতে যুদ্ধ কৰি নিহত হয় আৰু তেওঁৰ পত্নী উলূপীৰ সঞ্জীৱনী মণিৰ সহায়ত প্ৰাণ পায় ॥ ৯৯ ॥

তাৰ পাচৰ অঙ্কটোত সৈন্যদলৰ সেনাপতি লক্ষ্মণৰ পুত্ৰ চন্দ্ৰকেতু



তেওঁৰ সৈন্যদল নিহত হোৱাত আচৰিত হৈ উপস্থিত হৈছে আৰু অসমৰ্থ সৈন্যসকলক এৰি তেওঁৰে সৈতে যুদ্ধ কৰিবলৈ লবক আহ্বান কৰিছে। লৱই এই আহ্বান গ্ৰহণ কৰিছে আৰু এটা কথোপকথনত তেওঁ ৰামৰ শক্তিসমূহক উপহাস[৬০] কৰি তেওঁৰ প্ৰতিস্পৰ্দ্ধীক ৰুষ্ট কৰি তুলিছে আৰু তাৰ পাচত দুয়ো যুদ্ধ কৰিবলৈ ওলাই গৈছে। তাৰ পাচৰ অঙ্কটোৰ প্ৰথম দৃশ্যত এক বিদ্যাধৰ মিথুনে আকাশত থাকি এই যুদ্ধখন বৰ্ণনা কৰিছে। দিব্য অস্ত্ৰসকলৰ প্ৰয়োগ আৰু সংহাৰ কিৰাতাৰ্জুনীয়ৰ ১৬শ সৰ্গ আৰু শিশুপাল বধৰ শেষ সৰ্গৰ দৰেই বৰ্ণোৱা হৈছে, কিন্তু তাকে ভিত্তি কৰা হৈছে এটা প্ৰাচীনতৰ মূলৰ ওপৰত। ৰামৰ প্ৰৱেশৰ লগে লগেই এই যুদ্ধ-খনিৰ ওৰ পৰে ॥ ১০০ ॥

ৰাম আৰু তেওঁৰ পাচে পাচে লৱ আৰু চন্দ্ৰকেতুৰ প্ৰৱেশেৰে তাৰ পাচৰ দৃশ্যটি আৰম্ভ হৈছে। লৱৰ ককায়েক কুশই লবৰ যুদ্ধৰ বিষয়ে শুনিলে আৰু "পৃথিৱীৰপৰা সম্ৰাটৰ নামটোকে আঁতৰাই পেলাবলৈ" আহি উপস্থিত হ'লহি। কিন্তু লৱ ইতিমধ্যেই শান্ত হৈ পৰিছে আৰু তেওঁৰ ককায়েকক ৰামায়ণৰ নায়কজনৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ কৈছে। ৰামে তেওঁলোক দুইকো আলিঙ্গন কৰে আৰু তেওঁলোকৰ পুত্ৰৱৎ স্পৰ্শত অভিভূত হয়। তেওঁ-লোকৰ গাত তেওঁৰ পত্নীৰ চেহেৰা দেখা পায়। তেওঁ জানে যে কেৱল তেওঁৰ সন্তানেহে দিব্য অস্ত্ৰসকল লাভ কৰিব পাৰে। তেওঁৰ মনত পৰে যে তেওঁৰ পত্নীক অৰণ্যৰ সেই অংশতে বিসৰ্জ্জন দিয়া হৈছিল আৰু স্বভাৱতে এই সিদ্ধান্তত উপনীত হয় যে তেওঁলোক দুজন তেওঁৰেই সন্তান। তেওঁ ল'ৰা দুজনৰ জন্মৰ বিষয়ে

(৬০) উত্তৰ চৰিত, ৫/৩৫ ত বালিক বুজুৱা ইন্দ্ৰসূনু (অৰ্থাৎ ইন্দ্ৰৰ পুত্ৰ) পদটোৱে ইন্দ্ৰজিৎ অৰ্থাৎ ৰাৱণৰ পুত্ৰক বুজাইছে বুলি কৈ উইলচনে এটা আচৰিত ভুল কৰিছে। এই বিষয়ে তেওঁৰ ব্যাখ্যাটো সন্তোষজনক নহয় আৰু কেৱল সেই ব্যাখ্যাটোৱেই তেওঁৰ ভুলটো দেখুৱাই দিব।

আওপকীয়াভাৱে সুধিবলৈ ইচ্ছা কৰে, কিন্তু সেই উদ্দেশ্যেৰে আগ-বঢ়াৰ আগতেই তেওঁৰ আধ্যাত্মিক গুৰুজনক দেখা কৰিবলৈ তেওঁক মতা হয় আৰু তেওঁলোক ওলাই যোৱাৰ লগে লগে দৃশ্যটি শেষ হয়। দৃশ্যটি বৰ মনোৰম আৰু প্ৰাণস্পৰ্শী ॥ ১০১ ॥

শেষৰ অঙ্কটিত ৰামৰ আগত আৰু ৱাল্মীকিয়ে নিমন্ত্ৰণ কৰা আন প্ৰধান অতিথিসকলৰ আগত গঙ্গাৰ পাৰত অপ্সৰাসকলে সীতা-বিসৰ্জনৰ অভিনয় কৰি দেখুৱায়। এইখন 'হেমলেট'ৰ তৃতীয় অঙ্কত থকা গৰ্ভ নাটকখনৰ নিচিনা। সীতাই নেপথ্যৰপৰা চিঞৰি উঠিছে—"অৰণ্যত নিঃসহায় আৰু অকলশৰীয়া ভাৱে পৰিত্যক্তা মোক হিংস্ৰ জন্তুবিলাকে গিলি পেলাবলৈ ইচ্ছা কৰিছে। মই ভাগীৰথীত আত্ম বিসৰ্জন দিম।" সূত্ৰধাৰে প্ৰকৃত ঘটনাটি ঘোষণা কৰে আৰু তাৰ পাচত কোলাত একোটা কেঁচুৱাৰে সৈতে দেখা দিয়া গঙ্গা আৰু পৃথিৱীৰ গাত ভৰ দি সীতাই প্ৰৱেশ কৰে। গঙ্গাই তেওঁক যমজ সন্তান দুটিৰ জন্মৰ কথা কয় আৰু শান্ত্বনা দিয়ে। কিন্তু তেওঁৰ মাক পৃথিৱী ৰামৰ আচৰণত বৰ অভিভূতা হয়। গঙ্গাই কয়—"ভাগ্যৰ পথত কোনে বাধা দিব পাৰে?" কিন্তু পৃথিৱীয়ে কয়—"সজ ৰামৰ পক্ষে এইটো উচিত হৈছিল নে? তেওঁ ল'ৰাকালতে যি পাণিগ্ৰহণ কৰিছিল তাক অৱহেলা কৰিলে। তেওঁ মোৰ আৰু জনকৰ অৱমাননা কৰিলে। [ সীতাৰ পৰিত্ৰতাৰ প্ৰমাণ কৰা ] অগ্নিৰো তেওঁ অৱমাননা কৰিলে। [ অৰণ্যত ] সীতাই সি সাহচৰ্য্য দিছিল আৰু যি সন্তান সীতাই জন্ম দিবলৈ ওলাইছিল তাক তেওঁ উপেক্ষা কৰিলে।" কিন্তু গঙ্গাই তেওঁক সান্ত্বনা দিয়ে আৰু সন্তান দুটি অলপ ডাঙৰ হলে ৱাল্মীকিৰ হাতত অৰ্পণ কৰিবলৈ দুয়ো একমত হয়। তাৰ পাচত পৃথিৱীয়ে তেওঁৰ জীয়েকক পাতাললৈ যাবলৈ লগ লয়। তাত তেওঁ সম্মত হয় আৰু তেওঁলোক ওলাই যোৱাৰ লগে লগেই গৰ্ভ নাটকখনি শেষ হয়। ভৱভূতিয়ে ৰামায়ণৰপৰা কিছু সমল লোৱা বুলি ক'ব



পাৰি, কিন্তু গৰ্ভ নাটকখনি সম্পূৰ্ণৰূপে তেওঁৰ মৌলিক সৃষ্টি আৰু সেইখনি যি পৰিমাণে সুন্দৰ আৰু মনোৰম সেই পৰিমাণেই সাৰ্থক আৰু প্ৰাণস্পৰ্শী ॥ ১০২ ॥

নাটকখনিৰ শেষত সীতাৰ স্বামী মূৰ্চ্ছা যায়। তাৰ পাচত ৰামৰ গুৰুৰ পত্নী অৰুন্ধতীৰ সৈতে আচল সীতাই প্ৰৱেশ কৰে আৰু স্পৰ্শ কৰি তেওঁৰ স্বামীক সুস্থ কৰি তোলে। তেওঁৰ পৱিত্ৰতাত ৰাইজ সন্তুষ্ট হয় আৰু সন্তানকেইটিৰে সৈতে ৰামে তেওঁক পুনৰ গ্ৰহণ কৰে। ইয়াতে নাটকখনি শেষ হয়। এই বিৱৰণ অৱশ্যে ৰামায়ণৰ বিৰোধী। ৰামায়ণত সীতাৰ স্বামীৰে সৈতে পুনৰ্মিলন হোৱা নাই আৰু সমবেত প্ৰজাসকলৰ আগতে তেওঁ পাতাললৈ গুচি গৈছে। তেওঁৰ নাটকখনিক এটি আনন্দজনক পৰিণতি দি ভৱভূতিয়ে ভালেই কৰিলে ॥ ১০৩ ॥

ওপৰত যি দেখা গ'ল, এই নাটকৰ কাহিনীটি সৰল। ইয়াৰ ঘটনা কম। ইয়াৰ চৰিত্ৰবিলাক বিভিন্ন ধৰণৰ নহয়। সেই কাৰণেই নাটকীয় প্ৰতিভাৰ শ্ৰেষ্ঠ সৃষ্টিবিলাকৰ ভিতৰত ই ঠাই নাপাব। কিন্তু ই নিশ্চয় এই ধৰণৰ নাটকবিলাকৰ ভিতৰত শ্ৰেষ্ঠ-বিলাকৰ শাৰীত ঠাই পায়। বিষয়-বস্তুটো মনোৰম। ভাষা আকৰ্ষণীয়। প্ৰকাশভঙ্গী আদিৰপৰা অন্তলৈকে উচ্চ স্তৰৰ। চৰিত্ৰ-বিলাক যথোচিতভাৱে ব্যক্তিত্ব সম্পন্ন। কাহিনীৰ অঙ্গবিলাকৰ পৰস্পৰে যথোচিত সম্বন্ধ আছে আৰু সেইবিলাক নাটকৰ প্ৰধান উদ্দেশ্যতকৈ অপ্ৰধান ॥ ১০৪ ॥

আন দেশৰ বা আন যুগৰ মানদণ্ডেৰে লেখকসকলৰ মান নিৰ্ণয় কৰাটো অৱশ্যে যুক্তিযুক্ত নহয়। লেখকজনৰ পাৰিপাৰ্শ্বিক অৱস্থা, য'ত তেওঁ বাস কৰিছে সেই সমাজখন আৰু যিবিলাক নিয়মৰ তেওঁ অধীন সেইবিলাক আমি পাহৰি যাব নালাগিব। এইকেইটা বিষয়লৈ যদি লক্ষ্য ৰখা হয় তেনেহলে দেখা যাব যে পৃথিৱীৰ শ্ৰেষ্ঠ নাট্যকাৰসকলৰ ভিতৰত ভৱভূতিয়ে স্থান পাব।

তেওঁৰ উদ্ভাৱিকা শক্তি বিশাল। তেওঁৰ কল্পনা অতি উচ্চ পৰ্য্যায়ৰ। তেওঁৰ নাটকবিলাকত বহুতো উজ্জ্বল আদৰ্শ আৰু সাৰ্থক দৃশ্য আছে। তেওঁ এখন মেক্‌বেথ্ বা এখন ফ'ষ্ট সৃষ্টি কৰিব পৰা নাছিল, কিন্তু আমি পাহৰি যাব নালাগিব যে তেওঁ ভৱতে দি যোৱা নিয়মবিলাক মানি চলিব লাগিছিল আৰু কেৱল এখন দেশৰ সাহিত্যৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিছিল॥ ১০৫॥

ভৱভূতিয়ে দিয়া বৰ্ণনাৰপৰা এই কথা স্পষ্ট হৈ ওলায় যে প্ৰস্ৰৱণ পৰ্ব্বতটো পূৰ্ব্বঘাটৰে এটা অংশ। পালাভাৰামত বা তাৰ ওচৰত থকা পৰ্ব্বতবিলাকেই প্ৰস্ৰৱণ। তাৰ মাজতে গোদাবৰী সমতললৈ বৈ গৈছে। পঞ্চৱটী নৈখনৰ উত্তৰে অলপ দূৰতে অৱস্থিত। ঋষ্যমূক আৰু পম্পা তাতোকৈ পূবত আৰু মই জনাত, যদিও আমাৰ মানচিত্ৰবিলাকত দেখুওৱা নহয় তথাপি সেইবিলাকক এতিয়াও পুৰণি নামেৰেই জনা যায়॥ ১০৬॥

তাৰ পাচত লেখা ভৱভূতিৰ মালতী-মাধৱ নামৰ নাটকখনিত দহোটা অঙ্ক আছে আৰু ই তেওঁৰ উৰ্ব্বৰ কল্পনাৰ ৰচনা। তেওঁ অৰণ্যে শকুন্তলা আৰু বিক্ৰমোৰ্ব্বশী নামৰ যি দুখন নাটকৰ কথা মই ইতিমধ্যে কৈছোঁৰেই সেই দুখনৰপৰাও কিছু সমল লৈছিল। প্ৰথম দৃশ্যটো ঘটিছিল পদ্মাৱতীত। পদ্মাৱতীৰ অৱস্থিতি এতিয়াও সম্পূৰ্ণৰূপে নিৰ্ণীত বা স্থিৰ হোৱা নাই। নাটকখনিৰ আৰম্ভণিতে উইলচনে ইয়াক উজ্জয়িনীৰ সৈতে একে বুলি কৈছে। নৱম অঙ্কৰ এটা পাদটীকাত তেওঁ কৈছে—"যি কি নহওক এইটো সন্তৱপৰ যে পদ্মাৱতীৰ অৱস্থিতি আমি বৰং দক্ষিণৰ ফালে আধুনিক ঔৰঙ্গাবাদ বা বেৰাৰৰ ক'ৰবাত বিচাৰিব লাগিব। কৰিব নিজ ঠাই পদ্মনগৰক বুজাবলৈকো এই নামৰ প্ৰয়োগ হ'ব পাৰে, কিন্তু ইয়াৰ ওচৰত থকা নৈবিলাকৰ এটা নামো আধুনিক মানচিত্ৰবিলাকত বিচাৰি পোৱা নাযায়।"॥ ১০৭॥

উইলচনৰ আন কি দ্বিতীয় অনুমানটোও সন্তোষজনক হৈছে বুলি



মই নাভাবো। আমি অলপতে পাম যে গল্পটিৰ নায়কজন ৱিদৰ্ভৰ ৰাজধানী পদ্মাৱতীৰপৰা আন এজন বেলেগ ৰজাৰ ৰাজধানীলৈ আহিছে। ই সেই কাৰণে বিদৰ্ভ ( আধুনিক বেৰাৰ )-তো নহয়েই আৰু সেই পদ্মাপুৰো নহয়, যি পদ্মপুৰক কৱিয়ে স্পষ্টভাৱেই বিদৰ্ভত অৱস্থিত বুলি কৈছে। চতুৰ্থ অঙ্কৰ[৬১] শেষৰ ছেদটিৰপৰা মই এই সিদ্ধান্ত কৰো যে পদ্মাৱতী কালিসিন্ধুৰ সোঁ পাৰে, যি ঠাইত কালিসিন্ধু আবু নদী আৰু আমজাৰ নদীৰ সংযুক্ত সুঁতিৰ লগত মিলিছে সেই ঠাইত অৱস্থিত, এখন নগৰ। কৱিয়ে আকৌ নৱম অঙ্কত কৈছে—

পদ্মাৱতী ৱিমলবাৰি বিশালসিন্ধু-
পাৰাসৰিৎপৰিকৰচ্ছলতো ৱিভৰ্তি।

[ নিৰ্ম্মল পানীৰ বিশাল সিন্ধু আৰু পাৰা নদীক ৰশনাৰূপে ধাৰণ কৰি পদ্মাৱতীয়ে শোভা পাইছে।] এইটো স্পষ্টভাৱে স্বীকাৰ কৰিব লাগিব যে সিন্ধু হৈছে আধুনিক কালি সিন্ধ্। মই ভবাত 'পাৰাসৰিৎ'টো কোনো নাম বিশেষ নহৈ এটা বৰ্ণনামূলক নিৰ্দ্দেশহে আৰু ই আবু আৰু আমজাৰৰ সংযুক্ত সুঁতিক বুজায়। কৱিয়ে অলপ পাচতে সিন্ধুৰ শব্দমুখৰ জলপ্ৰপাতবিলাকৰ কথা কৈছে। এই কথাই দেখাদেখিকৈয়ে মাকুন্দাৰা পৰ্ব্বতমালাৰ মাজেদি ই বৈ যোৱাটোক সূচাইছে। মোৰ অনুমান যদি সঁচা হয় তেনেহলে মাধৱৰ ভ্ৰমণ এই পৰ্ব্বত মালাৰ টিং আৰু কুকুঙ্ বিলাকতে হৈছিল[৬২]॥ ১০৮॥

প্ৰথম দৃশ্যটো কাহিনীটিৰেই এটি যথোচিত পাতনি। আমি ইয়াৰপৰা গম পাওঁ যে কামন্দকী নামৰ এগৰাকী তাপসী আৰু তেওঁৰ শিষ্যা সৌদামিনীৰ আগত ৱিদৰ্ভ আৰু ভূৰিবসুৱে তেওঁলোকৰ

(৬১) পাৰাসিন্ধুসম্ভেদমৱগাহ্য নগৰীমেৱ প্ৰৱিশাৱঃ। [ পাৰা নদীৰ সঙ্গমতে স্নান কৰি নগৰীত প্ৰৱেশ কৰোহঁক।]

(৬২) উইলচনে নৱম অঙ্কৰ দৃশ্যটো বিন্ধ্য পৰ্ব্বতত ঘটা বুলি কৈছে, কিন্তু সেই বিষয়ে কোনো যুক্তি দিয়া নাই। নাটকখনত ইয়াৰ কোনো উল্লেখ নাই।

নিজ নিজ সন্তানক পৰস্পৰে বিবাহ বন্ধনত আৱদ্ধ কৰিবলৈ প্ৰতিজ্ঞা কৰিছিল আৰু দেৱৰাতে এতিয়া তেওঁৰ পুতেক মাধৱক দৰ্শন অধ্যয়ন কৰিবলৈ পদ্মাৱতীলৈ পঠাইছে আৰু ভূৰিবসুৰ কন্যা মালতীৰ সৈতে গোপনে তেওঁৰ বিয়াৰ ব্যৱস্থা কৰাত তাপসী গৰাকী ব্যস্ত; কিয়নো ৰজাই মালতীক নিজৰ প্ৰিয়পাত্ৰ নন্দনৰ হাতত সমৰ্পণ কৰিবলৈ ইচ্ছা কৰিছে। আমি ইয়াৰপৰাই আৰু জানিব পাৰো যে এই যুৱক-যুৱতী হালে ইজনে সিজনক দেখিছে আৰু মাধৱৰ ভৃত্য কলহংস তাপসী গৰাকীৰ ভৃত্যা মন্দৰিকাৰ প্ৰতি আকৃষ্ট হৈছে। ই আমাক আৰু জনায় যে নগৰৰ শ্মশানৰ ওচৰৰ ভয়ঙ্কৰ চামুণ্ডা-মন্দিৰলৈ উগ্ৰ সন্ন্যাসী অঘোৰঘণ্টৰ শিষ্যা কপালকুণ্ডলা নিশা প্ৰায়ে যায় আৰু সৌদামিনীয়ে শ্ৰীপৰ্ব্বতত কঠোৰ তপস্যা কৰি আছে॥ ১০৯॥

তাৰ পাচৰ দৃশ্যত মন্দৰিকাৰপৰা পোৱা, মালতীয়ে আঁকা, তেওঁৰ গৰাকীৰ ছবি এখন লৈ কলহংসই আহি প্ৰৱেশ কৰে। কলহংসই ভাগৰ লগা কাৰণে অলপ জিৰণি ল'বলৈ ৰয়, তেনেতে মাধৱৰ বন্ধু মকৰন্দ আৰু তেওঁৰ পাচে পাচে মাধৱ সোমাই আহে আৰু মাধৱে মকৰন্দক জনায় যে তেওঁ মালতীক কামদেৱৰ মন্দিৰৰ ওচৰত দেখিছিল আৰু তেওঁ মালতীৰ দৃষ্টি শৰৰ লক্ষ্য হৈ পৰিছে। কলহংস তেনেতে ওচৰ চাপি আহে আৰু মালতীয়ে আঁকা ছবিখন দিয়ে। মাধৱে ইয়াৰ কাষতে মালতীৰ ছবিটিও আঁকি দিয়ে আৰু লগতে এটি প্ৰণয়গাথাও লিখি দিয়ে। মন্দৰিকা হঠাতে সোমাই আহে আৰু ছবিখন ঘূৰাই লৈ যায়॥ ১১০॥

তাৰ পাচৰ অঙ্কটোৰ প্ৰথম দৃশ্যৰপৰা আমি গম পাওঁ যে ৰজাই তেওঁৰ নিজৰ প্ৰিয়পাত্ৰজনৰ কাৰণে মালতীক দাবী কৰিছিল আৰু উত্তৰত তেওঁক এই বুলি কোৱা হৈছিল—"নিজৰ জীয়েকৰ ওপৰত মহাৰাজৰ সকলো প্ৰভাৱ আছে[৬৩]।" এই কথাষাৰ দুটা অৰ্থত

(৬৩) পহৱদি নিঅস্স কন্ণআজনস্স মহাৰাও ত্তি [প্ৰভৱতি নিজস্য কন্যকা জনস্য মহাৰাজ ইতি]



ব্যৱহাৰ হৈছিল—"আপোনাৰ মন্ত্ৰীৰ জীয়েক আপোনাৰ নিজৰে জীয়েক আৰু আপুনি যেনে ভাল ভাবে তেনেভাৱেই তাইক বিয়া দিব পাৰে।" আৰু "আপুনি নিজৰ জীয়েকককহে যতে ভাল পায় ত'তে বিয়া দিব পাৰে [কিন্তু মোৰ জীক নহয়]।" মই এই ব্যাখ্যাকণ ইয়াতে যোগ দিয়া ভাল হ'ল বুলি ভাবো; কিয়নো ইয়াক কোনেও ভালভাৱে ব্যাখ্যা কৰা মই দেখা নাই আৰু য'ত এই দুই প্ৰকাৰ অৰ্থ হয় সেই অংশটো অনুবাদ কৰোতে উইলচনে এটা নিৰ্ঘাত ভুল কৰিছে[৬৪]। জীয়েকক গোপনে বিয়া দিবলৈ পিতাকৰ যি বুদ্ধি-ফন্দি সেইটো অসঙ্গত যেন লাগিব যদিহে উত্তৰটো তাৰ দুই প্ৰকাৰ অৰ্থৰে সৈতে বুজা নাযায়॥ ১১১॥

এই যুৱক-যুৱতী দুজনাৰ পৰস্পৰ অনুৰাগ হোৱাত তাপসী কামন্দকী সন্তুষ্ট হৈছে আৰু তেওঁ নিজৰ পৰিকল্পনাৰ সফলতা আশা কৰিছে আৰু মালতীক মালতীৰ প্ৰিয়জনৰ বংশ পৰিচয় কৈ শুনাইছে। ইয়াকে কৰা হৈছে দ্বিতীয় দৃশ্যত। ইয়াতেই পিতাকে সঞ্জয়লৈ দিম বোলাৰ পাচত ৱাসৱদত্তাই কেনেকৈ উদয়নৰ সৈতে বিয়া সোমাল সেই সাধুটো তেওঁ মালতীক কৈছে। এই সাধুটো ছপা হোৱা কথা সৰিৎ-সাগৰত নাই। কিন্তু কথা সৰিৎ-সাগৰখন বৃহৎকথাৰ এটা সংক্ষিপ্ত সংস্কৰণহে, হুবহু বৃহৎকথাখনেই নহয়। "বৃহৎকথায়াঃ সাৰস্য সংগ্ৰহং ৰচয়াম্যহম্" [বৃহৎকথাৰ সাৰভাগ সংগ্ৰহ কৰি মই ৰচনা কৰিছো।] কথা সৰিৎ-সাগৰ, ১-৩। মই বৃহৎকথা নামৰ গ্ৰন্থখন দেখা নাই আৰু কলেব্ৰুক বা উইলচনেও এইখন পঢ়ি চাইছিল যেন নালাগে; কিয়নো উইলচনে যাক বৃহৎ-

(৬৪) "ৱিৰুদ্ধৱচনমুপন্যস্ত" এই পাঠটোৱেই তেওঁৰ পুথিতো আছে বুলি ধৰি লৈয়েই মই এই কথাষাৰ কৈছো। কিন্তু তেওঁৰ অনুবাদ দেখাদেখিকৈয়ে ইমান বিকৃতাৰ্থক যে মই অন্ততঃ এই অংশৰ এটা বেলেগ পাঠ আছিল বুলি বিশ্বাস নকৰো।

কথা বুলিছে সেইখন দেখাদেখিকৈয়ে কথা সৰিৎ-সাগৰ। সেই কাৰণে মই এই মত পোষণ কৰো যে যিমান দূৰ সম্ভৱ সাধুটো বৃহৎ কথাৰপৰা লোৱা হৈছে,—বৃহৎকথাই উদয়নৰ গল্পটোৰ উৎস ॥ ১১২ ॥

তৃতীয় অঙ্কত কামন্দকীৰ ব্যৱস্থামতে শিৱ উদ্যানত প্ৰেমিক যুগল মিলিত হয়। ইতিমধ্যে এই কথা ঘোষণা কৰা হয় যে বাঘ এটাই বান্ধ সুলকি ওলাইছে আৰু নন্দনৰ ভনীয়েক মদয়ন্তিকাৰ জীৱন বিপন্ন হৈছে। নেপথ্যত মকৰন্দই যুজ কৰি বাঘটোক বধ কৰে, কিন্তু নিজে সাংঘাতিকভাৱে আহত হয় আৰু অজ্ঞান হৈ পৰে, ভয়চকিতা মদয়ন্তিকাই তেওঁক ধৰে আৰু নিজৰ জীৱনদাতা মকৰন্দৰ প্ৰতি আসক্তা হৈ পৰে। মাধৱ শঙ্কিত হৈ উঠে আৰু কি হৈছে বুলি চাবলৈ মাধৱ-মালতী দুয়ো ওলাই যায়। ইয়াতে অঙ্কটি শেষ হয়। এই বাঘ-যুদ্ধৰ কাৰণে মৃচ্ছকটিকাৰ দ্বিতীয় অঙ্কৰ শেষ দৃশ্যৰ হাতীযুদ্ধৰ ওচৰত ভৱভূতি ঋণী, কিন্তু ভৱভূতিয়ে মূলতকৈ নিজৰটো উন্নত কৰিছে ॥ ১১৩ ॥

তাৰ পাচৰ অঙ্কত মাধৱ আৰু মকৰন্দ অজ্ঞান হৈ পৰি থকা দেখা যায়। লবঙ্গিকা আৰু মদয়ন্তিকাই তেওঁলোকক ধৰি আছে। মালতী আৰু আনবিলাকে তেওঁলোকলৈ পানী ছটিয়াইছে আৰু তেওঁলোকে পুনৰ জ্ঞান পাইছে। এজন দূতে আহি মদয়ন্তিকাক জনায় যে ৰজাই নিজেই তেওঁৰ ককায়েক নন্দনৰ ওচৰলৈ আহিছিল আৰু মালতীক বিয়া দিয়াৰ কথা প্ৰকাশ কৰিছিল। তেওঁ গুচি যায়। মালতী আৰু মাধৱ বিমৰ্ষ হয়। কিন্তু তাপসী গবাকীয়ে জনায় যে তেওঁৰ জীৱন গলেও তেওঁলোকৰ মিলন ঘটাবলৈ চেষ্টা কৰিব। মাধৱে ভাবে যে শ্মশানৰ পিশাচবিলাকৰ ওচৰত নিজৰ মাংস বিক্ৰি কৰাটোৱেই তেওঁৰ কাৰণে এতিয়া একমাত্ৰ পথ আৰু পাচত তেওঁৰ বন্ধুৰ সৈতে সিন্ধুত স্নান কৰিবলৈ ওলাই যায় ॥ ১১৪ ॥

পঞ্চম অঙ্কৰ দৃশ্যটো প্ৰথম অঙ্কতে উল্লেখ কৰা চামুণ্ডাৰ মন্দিৰৰ



ওচৰত ঘটিছিল। কপালকুণ্ডলাই প্ৰৱেশ কৰি আমাক জনায় যে তেওঁৰ গুৰুৰ নিৰ্দ্দেশ মতে তেওঁ এতিয়া দেৱীৰ ওচৰত বলি দিবৰ কাৰণে ভাল ছোৱালী এজনী বিচাৰি উলিয়াব লাগিব। এইটো প্ৰথম দৃশ্য। এতিয়া নিশা হৈছে। শ্মশানখনে এটা অতি ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিছে আৰু মাধৱে পিশাচবিলাকক নিজৰ মাংস দান কৰিবলৈ আহি তলৰ শ্লোকসমূহেৰে চাৰিওফালৰ দৃশ্যটো বৰ্ণনা কৰিছে।

অহো! সম্প্ৰতি প্ৰগলভমান কৌনপনিকায়স্য মহতী শ্মশান ৰাটস্য ৰৌদ্ৰতা। অস্মিন্ হি

পৰ্য্যন্ত প্ৰতিৰোধিমেদুৰ চয়স্ত্যানং চিতাজ্যোতিষা
মৌজ্জ্বল্যং পৰভাগতঃ প্ৰকটয়ত্যাভোগভীমং তমঃ।
সংসক্তাকুলকেলয়ঃ কিল-কিলা-কোলাহলৈঃ সম্মদা
দুত্তালাঃ কট-পূতনাপ্ৰভৃতয়ঃ সাংৰাৱিণং কুৰ্ব্বতে ॥
( ভৱত্বাঘোষয়ামি তাৱৎ ) ভোঃ শ্মশান নিকেতনাঃ কট-পূতনাঃ।
অশস্ত্ৰপূতমব্যাজং পুৰুষাঙ্গোপকল্পিতম্।
ৱিক্ৰীয়তে মহামাংসং গৃহ্যতাং গৃহ্যতামিদম্ ॥

কথমাঘোষণানন্তৰমেৱ সৰ্ব্বতঃ সমুচ্চলদুত্তালৱেতাল মুক্তমুলাৰ্য্যক্ত কলকলাকুলঃ প্ৰচলিত ইৱাৱিৰ্ভৱদ্ ভূতসঙ্কটঃ শ্মশানৱাটঃ। আশ্চৰ্য্যম্।

কৰ্ণাভ্যৰ্ণ বিদীৰ্ণ সৃক্করিকট ব্যাদানদীপ্তাগ্নিভি
দংষ্ট্ৰাকোটিৱিসঙ্কটৈৰিত ইতো ধাৱদ্ভিৰাকীৰ্য্যতে।
ৱিদ্যুৎপুঞ্জ নিকাশকেশ-নয়ন-ভ্ৰূশ্মশ্ৰুজালৈৰ্ভো
লক্ষ্যালক্ষ্য ৱিশুষ্ক দীৰ্ঘৱপুষামুল্কামুখানাং মুখৈঃ ॥

অপি চ। এতৎ পূতনচক্ৰমক্ৰমকৃত গ্ৰাসাৰ্দ্ধ মুক্তৈৰ্বৃকা
ন্নুৎপুঞ্চৎ পৰিতো নৃমাংসৱিঘসৈৰাৰ্ত্তস্বৰং ক্ৰন্দতঃ।
খৰ্জুৰ ক্ৰমদঘ্ন জজ্ঘমসিতত্বঙ্নদ্ধৱিৰক্তত—
স্নায়ুগ্ৰন্থিঘনাস্থি পঞ্জৰ জৰৎ কঙ্কালমালোক্যতে ॥

(সমন্তাদৱলোক্য ৱিহস্য চ) অহো প্ৰকাৰঃ পিশাচানাম্। এতে হি—

তৎ পৃথুৰসনোগ্ৰমাস্যগৰ্তং দধতি বিদাৰ্ণ বিৱৰ্ণ দীৰ্ঘদেহাঃ।
ললদজগৰঘোৰকোটৰাণাং দ্যুতিমিৱ দগ্ধ পুৰাণ ৰোহিণানাম্॥

(পৰিক্ৰম্য) হন্ত। ৱিভৎসমেৱাগ্ৰে ৱৰ্ততে—

উৎকৃত্যোৎকৃত্য কৃত্তিং প্ৰথমমথপৃথূচ্ছোথভূয়াংসি মাংসা-
ন্যংসস্ফিক্ পৃষ্ঠ পিণ্ডাদ্যৱয়ৱ সুলভান্যুগ্ৰ পূতীনি জগ্ধ্বা।
আৰ্তঃ পৰ্যস্তনেত্ৰঃ প্ৰকটিতদশনঃ প্ৰেতৰঙ্কঃ কৰঙ্কা
দঙ্কস্থাদস্থিসংস্থং স্থপুটগতমতি ক্ৰৱ্যমৱ্যগ্ৰমত্তি॥

অপি চ। নিষ্টাপস্বিন্নদস্থনঃ ক্বথন পৰিণমন্মেদসঃ প্ৰেতকায়ান্
কৃষ্ট্বা সংসক্ত ধূমানপি কুণপভুজো ভূয়সীভ্যশ্চিতাভ্যঃ।
উৎপক্ক স্ৰংসিমাংসং প্ৰচলদুভয়তঃ সন্ধি নিৰ্মুক্তমাৰা
দেতে নিষ্কুষ্য জংঘানলকমুদয়িনো মৰ্জ্জধাৰাঃ পিৱন্তি॥

(ৱিহস্য) অহো! প্ৰাদোষিকঃ প্ৰমোদঃ পিশাচাঙ্গনানাম্। তথাহি—

অন্ত্ৰৈঃ কল্পিতমঙ্গল প্ৰতিসৰাঃ স্ত্ৰীহস্তৰক্তোৎপল
ৱ্যক্তোত্তংসভৃতঃ পিনহ্য সহসা হৃৎপুণ্ডৰীক স্ৰজঃ।
এতাঃ শোণিত পঙ্ক কুঙ্কুমজুষঃ সম্ভুয় কান্তৈঃ পিৱ
ন্ত্যস্থিস্নেহসুৰাঃ কপাল চষকৈঃ প্ৰীতাঃ পিশাচাঙ্গনাঃ॥

(পৰিক্ৰম্য "পুনৰশস্ত্ৰ" ইতি পঠিত্বা) কথং দ্ৰাগতি প্ৰশান্ত-ভীষণভীষিকা-প্ৰকাৰৈৰ্ঝটিত্যপক্ৰান্তং পিশাচৈঃ। অহো! নিঃসত্বতা পিশাচানাম্।

(পৰিক্ৰম্য দৃষ্ট্বা সনিৰ্ৱেদম্)। ৱিচিতশ্চৈষ সমন্তাৎ শ্মশান-ৱাটঃ। তথাহি খল্বিয়ং পুৰত এৱ—

গুঞ্জৎ কুঞ্জ কুটীৰকৌশিকঘটাধূৎকাৰ সংৱল্লিত
ক্ৰন্দৎ ফেৰৱচণ্ডডাৎ কৃতিভৃত প্ৰাগ্‌ভাৰভীমৈস্তটৈঃ।



অন্তঃ শীৰ্ণ কৰঙ্ককৰ্কৰ পয়ঃ সংৰোধ কুলঙ্কষ—
স্ৰোতো নিৰ্গমঘোৰঘৰ্ঘৰ ৱৰা পাৰে শ্মশানং সৰিৎ॥

[আহা, প্ৰবল হৈ পৰা প্ৰেতবিলাকেৰে ভৰা শ্মশানস্থলৰ সম্প্ৰতি কি ভীষণ অৱস্থা হৈছে। ইয়াত দেখোন চাৰিও সীমাকে আগুৰি থকা ঘন গভীৰ বিশাল অন্ধকাৰে চিতাগ্নিবিলাকৰ উজ্জ্বলতা প্ৰবলভাৱে বঢ়াই তুলিছে। কট, পুতনা প্ৰভৃতি প্ৰেত-বিলাকে মতলীয়া হৈ তালে তালে খোজ দি লগ লাগি নানা কেলি কৰি খিল্‌খিলাই কোলাহল কৰি ভীষণ চিৎকাৰ কৰিছে। (বাৰু মই ইহঁতক চিঞৰি মাতো) হেৰা শ্মশানবাসী কট আৰু পূতনাবিলাক।

অস্ত্ৰেৰে বধ নকৰা কাৰণে পৱিত্ৰ, ভেজাল নোহোৱা, পুৰুষৰ অঙ্গৰপৰা একৰাই লোৱা মহামাংস বিক্ৰি কৰিছো, তোমালোকে গ্ৰহণ কৰাঁহি।

ইকি, আহ্বান কৰাৰ লগে লগেই সকলো ফালৰপৰা মতলীয়া বেতালবিলাকে স্পষ্টভাৱে তুমুল কোলাহল কৰি আহি দলে দলে দেখা দি শ্মশানস্থলকে যেন তল-ওপৰ কৰিছেহি। আচৰিত—

কাণৰ মাজলৈকে কোৱাৰি ফালি বিকটভাৱে মুখ মেলি উজ্জ্বল অগ্নি প্ৰকাশ কৰা, ভয়ঙ্কৰভাৱে দাঁতৰ জোংবিলাক নিকটাই থকা, ইফালে-সিফালে লৰি ফুৰা, বিজুলী জাকৰ দৰে চুলি, চকু আৰু ভ্ৰুবিলাকেৰে, মাজে মাজে দেখা পোৱা, মাজে মাজে দেখা নোপোৱা, শুকান দীঘল দেহাৰ শিয়ালবিলাকৰ মুখবিলাকে আকাশখন চাট্ মাৰি ধৰিছে॥ আকৌ এয়া—খপ্‌জপাই মুখত সুমুৱাই মুখৰপৰা আধা উলিয়াই দিয়া গেলা নৰমাংসবিলাক চাৰিওফালে ঘোৰঘোৰাই থকা বাঘবিলাকক খাবলৈ দি সিহঁতক পূৰঠ কৰা, খাজুৰিগছৰ সমান দীঘল কৰঙনেৰে সৈতে কলা ছালেৰে চাৰিওফালে আগুৰি থকা স্নায়ু গ্ৰন্থিৰে ঘনকৈ বান্ধি থোৱা অস্থিৰে সৈতে জীৰ্ণ কঙ্কাল ধাৰণ কৰা প্ৰেতবিলাকৰ দলটো দেখা গৈছে। (চাৰিওফালে চাই হাঁহি) আহা। পিশাচবিলাকৰ কি ব্যৱহাৰ।

ইহঁতে লেলিহান জিভাৰে সৈতে উগ্ৰ মুখ-গহ্বৰ বিদীৰ্ণ কৰি বিৱৰ্ণ দেহ ধাৰণ কৰি, খোৰোঙত লক্‌লকাই থকা অজগৰৰ সৈতে পোৰা পুৰণি ৰোহিণী গছবিলাকৰহে যেন ৰূপ ধাৰণ কৰিছে ॥

( ঘূৰি চাই ) হাঁয় হাঁয়। সন্মুখতচোন এয়া বিভৎস কাণ্ড—ভিকহু প্ৰেত এটাই কোলাত এটা মৰাশ লৈ প্ৰথমে তাৰ ছাল-খন আঁজুৰি-আঁজুৰি একুৰাই লৈছে। তাৰ পাচত উখহি ওফন্দি পৰা কান্ধ, বুকু পিঠি আদি মঙহাল ঠাইৰপৰা একেবাৰে গেলি উৰঁলি যোৱা মাংসবিলাক খাইছে। তাৰ পাচত চকু টেলেকাকৈ মেলি করুণভাৱে চাই দাঁত নিকটাই হাড়ৰ ফাঁকত ওখোৰা-মোখোৰা ঠাইত সোমাই থকা মঙহবিলাকো লাহে-ধীৰে চিকুটি-বাকুহি একুৰাই খাইছে ॥

আকৌ এয়া ওচৰতে প্ৰেতবিলাকে শ্মশানৰ চিতাবিলাকৰ-পৰা মৰাশবিলাক আঁজুৰি লৈ আহিছে। মৰাশবিলাকৰ হাড়-বিলাকে কম তাপ পাই গেথেলা মাৰি আছে, তাতে মেদবিলাক সিজি গলি গৈছে আৰু মৰাশবিলাকৰপৰা ধেঁাৱা ওলাই আছে। মৰাশৰ কৰঙণৰ হাড়বিলাকৰ দুই মূৰৰ জোৰা স্থুলকি গৈছে, তাৰপৰা সিজি যোৱা মঙহবিলাক উৰঁলি পৰিছে আৰু তাৰপৰা বৈ পৰা মেদবিলাক প্ৰেতবিলাকে পি খাইছে ॥

( অট্টহাস্য কৰি ) আহা। পিশাচৰ তিৰোতাবিলাকে ৰাতি যে কি আনন্দ কৰে! এয়া ইহঁতে তেজেৰে কপালত মাঙ্গলিক ফোট ৰেখা আঁকি লৈছে, ৰক্তোৎপলৰ নিচিনা নাৰীৰ হাতবিলাক একুৰাই লৈ সকলোৱে দেখাকৈ কাণত অলঙ্কাৰৰ দৰে পিন্ধিছে। দেখাত পদুমফুলৰ নিচিনা, এইমাত্ৰ একুৰাই অনা কলিজাবিলাকেৰে মালা পিন্ধিছে। এইদৰেই পিশাচ তিৰোতাবিলাকে গাত শোণিত পঙ্কৰ কুঙ্কুম সানি ৰং মনেৰে নিজৰ প্ৰিয়জনৰ সৈতে হাড়ৰ হিমজুৰে কৰা মদ লাওখোলাৰ বাটিত লৈ পি খাইছে" ( চাৰিওফালে ঘূৰি আকৌ "অস্ত্ৰেৰে বধ নকৰা কাৰণে" ইত্যাদি গায় ) ইকি!



অতি ভয় লগাকৈ পিশাচবিলাকচোন হঠাতে আঁতৰি গুচি গ'ল। হাঁয়, পিশাচবিলাকৰ কোনো দয়া নাই। ( চাৰিওফালে ঘূৰি দুখ মনেৰে )। শ্মশানক্ষেত্ৰৰ কেউফালে ঘূৰি চালো আৰু এইয়াচোন সন্মুখতে এইখন—

শ্মশানৰ কাষেদি বৈ যোৱা নৈখনৰ পাৰত গুঞ্জন ধ্বনি যুক্ত লতাকুঞ্জ ৰূপ ঘৰবিলাকত থকা ফেঁচাবিলাকে ঘুট্‌ঘুটাই কুৰুলিয়াই আছে। চিঞৰি থকা শিয়ালবিলাকৰ হোৱা হোৱা বাৰে তাৰ পাৰখন ভয়ঙ্কৰ কৰি তুলিছে। নদীৰ পানীৰ মাজত উৰঁলি যোৱা মৰাশবিলাক ঠাঁহ খাই থকা কাৰণে পানীবিলাকে পাৰ খহাই ঘৰঘৰ শব্দ কৰি বৈ গৈছে ॥ ] ॥ ১১৫ ॥

এই দৃশ্যটি অতিশয় হৃদয়গ্ৰাহী। এলফিন্‌ষ্টনে কৈছে "ভৱভূতিৰ চমৎকাৰ বৰ্ণনাবিলাকৰ ভিতৰত ইও এটা। ইয়াত তেওঁৰ নায়কজনে নিশা এখন শ্মশানলৈ গৈছে। শ্মশানত চিতাগ্নিৰ জুয়ে ধিমিক-ধামাক পোহৰ দি আছে। তেওঁ সেই ঠাইত পিশাচবিলাকক আহ্বান কৰিছে। সিহঁতৰ আৱিৰ্ভাৱ, বতাহ ভৱাই তোলা সিহঁতৰ কঠুৱা চিঞৰ আৰু অস্বাভাৱিক আকৃতি—এইবিলাক অতি ভয়ঙ্কৰ ৰূপে শক্তিশালী তুলিকাৰে অঙ্কিত কৰা হৈছে। আন হাতে পিশাচবিলাক হঠাতে নাইকিয়া হোৱাৰ পাচত ক্ৰমে ঠাইখনত ভয় লগা নিৰ্জ্জনতা, বতাহৰ সো-সোৱানি, জুৰিৰ কঠুৱা ঘৰ্ঘৰ শব্দ, ফেচাৰ নিউ নিউ, শিয়ালৰ দীঘলীয়া হোৱা এইবিলাক যে এটা এটাকৈ বৰ্ণিত হৈছে সেইবিলাকে অভিভূত কৰি তোলাত সিহঁতৰ অতি লৌকিক উপস্থিতিৰ বিভীষিকাকো চেৰ পেলাই গৈছে[৬৫]" ॥ ১১৬ ॥

আকৌ মূল কাহিনীটিলৈ আহোঁ। মাধৱে এজনী ছোৱালীৰ আৰ্ত্তনাদ শুনিবলৈ পায় আৰু বেগাবেগিকৈ সেই মন্দিৰটোলৈ

(৬৫) হিষ্টৰি অব্ ইণ্ডিয়া, পৃঃ ১৬৭।

সোমাই যায় য'ত কপালকুণ্ডলা আৰু অঘোৰ ঘণ্টই মালতীক বলি দিবলৈ যো-জা কৰিছিল। মাধৱে দেখে যে আৰ্ত্তনাদ কৰা ছোৱালীটি তেওঁৰেই প্ৰিয়া আৰু তেতিয়া তেওঁক নিজৰ বাহুৰ আঁৰ কৰি লয়। মালতীক বিচাৰি অহা সৈন্যবিলাকৰ কোলাহল শুনা যায়। মাধৱে মালতীক আঁতৰাই থয় আৰু সন্ন্যাসীৰ সৈতে যুদ্ধ কৰিবলৈ মুখামুখি হয়। ইয়াতে শেষ দৃশ্যটিৰ ওৰ পৰে॥ ১১৭॥

তাৰ পাচৰ অঙ্কত আমি কপালকুণ্ডলাৰপৰা গম পাওঁ যে মাধৱে তাইৰ গুৰুক হত্যা কৰিলে আৰু তাই মাধৱৰ ওপৰত তাৰে প্ৰতিশোধ ল'বলৈ প্ৰতিজ্ঞা কৰিছে। এতিয়া নন্দনৰ সৈতে মালতীৰ বিয়াৰ যা-যোগাৰ কৰা হৈছে, কিন্তু নগৰ দেৱতাৰ মন্দিৰত মালতী আৰু মাধৱৰ মিলন ঘটাবলৈ আৰু মাধৱৰ বন্ধু মকৰন্দক মালতীৰ বিয়াৰ সাজেৰে সজাই নন্দনৰ ওচৰলৈ পঠাবলৈ কামন্দকীয়ে এটা বুদ্ধি সাজিলে। এই পৰিকল্পনা অনুযায়ী নন্দনৰ সৈত বিয়া হোৱাৰ আগতে দেৱতাক অৰ্চ্চনা কৰিবলৈ কামন্দকী আৰু লবঙ্গিকাৰ সৈতে নগৰ দেৱতাৰ মন্দিৰলৈ যাবলৈ মালতীক আদেশ দিয়া হৈছিল। মাধৱ আৰু মকৰন্দও সেই মন্দিৰলৈ আহে। মাধৱ আৰু মকৰন্দই ( মন্দিৰৰপৰা ) কন্যাৰ শোভা যাত্ৰাটো চায়। তাৰ পাচত তিৰোতাসকল হাতীৰপৰা নামি আহে। তেনেতে কামন্দকীয়ে মাধৱ আৰু মকৰন্দক মন্দিৰৰ ভিতৰলৈ পঠাই দি ঠিক সেই সময়তে আহি পোৱা মালতীৰ বিয়াৰ সাজটো পৰীক্ষা কৰাত ব্যস্ত হয়। মাধৱ আৰু মকৰন্দই এটা স্তম্ভৰ পাচফালে গা-ঢকা দি থাকে আৰু মালতীয়ে তেওঁৰ দুৰ্ভগীয়া অৱস্থাটো নিজৰ সহচৰীৰ আগত বৰ্ণনা কৰে আৰু আত্মহত্যা কৰিবলৈ ইচ্ছা প্ৰকাশ কৰে। তেওঁ চকু নেমেলাকৈয়ে কান্দে আৰু লবঙ্গিকাই মাধৱক তেওঁৰ ঠাই ল'বলৈ হাত বাউল দি মাতে। মাধৱেও তাকে কৰে আৰু মালতীক আলিঙ্গন কৰিবলৈ বিচাৰে। মালতীয়ে যেতিয়া তেওঁৰ বান্ধৱীৰ গলত মালাডাল পিন্ধাই দিব খোজে তেতিয়া তেওঁৰ ভুল বুজিব



পাৰি পাচ-হুঁহকি আহে। তেনেতে কামন্দকীয়ে প্ৰৱেশ কৰে আৰু দেৱতাক সাক্ষী কৰি তেওঁলোকৰ মিলন ঘটায় আৰু উদ্যানৰ মাজেদি গৈ তেওঁলোকৰ কাৰণে নিৰ্ব্বাচন কৰি থোৱা ঠাইত গৈ ৰ'বলৈ কয়। তেওঁ তাৰ পাচত মকৰন্দক মালতীৰ বিয়াৰ সাজটো পিন্ধায় আৰু লবঙ্গিকা আৰু মকৰন্দৰ সৈতে ওলাই যায়॥ ১১৮॥

তাৰ পাচৰ অঙ্কৰ প্ৰৱেশকৰপৰা আমি জানো যে নন্দন মালতীৰূপী মকৰন্দৰ ওপৰত ৰূঢ় ব্যৱহাৰৰ কাৰণে ৰুষ্ট হৈছিল আৰু তেওঁক তেওঁৰ শোৱনী ঘৰতে এৰি গৈছিল। মকৰন্দক শুই থকা দেখা যায় আৰু এগৰাকী সখীৰ সৈতে মদয়ন্তিকাই তেওঁৰ মন ঘূৰাবলৈ বুলি সোমাই আহে। মকৰন্দই তেতিয়া নিজৰ প্ৰিয়তমাৰ ওচৰত নিজকে প্ৰকাশ কৰে আৰু তেওঁলোক দুয়ো, মাধৱে মালতীৰ সৈতে য'ত অপেক্ষা কৰিছিল তালৈ যাবলৈ একমত হৈ এখন পাচ দুৱাৰেদি ওলাই যায়॥ ১১৯॥

অষ্টম অঙ্কত মাধৱে সৈন্যসকলৰ সৈতে তেওঁৰ বন্ধুৰ বিবাদ লগা শুনিবলৈ পায় আৰু তেওঁক উদ্ধাৰ কৰিবলৈ ওলাই যায়। তেওঁ ঘূৰি অহাত পলম হয়। মালতীয়ে চাবলৈ বুলি বাহিৰ ওলায়, তেনেতে কপালকুণ্ডলাই সেই সুযোগ গ্ৰহণ কৰে আৰু তেওঁক ধৰি নিয়ে। মাধৱ আৰু মকৰন্দ জয়ী হৈ উভতি আহে, কিন্তু মালতীক হেৰুৱাই শঙ্কিত হৈ পৰে আৰু তাপসী কামন্দকীক সুধিবলৈ যায়॥ ১২০॥

মালতীক হেৰুৱাই মাধৱ অসম্ভৱ কাতৰ হৈ পৰে আৰু তাৰ পাচৰ অঙ্কটোত ওচৰৰ পাহাৰবিলাকত মাধৱে মালতীৰ অন্বেষণ কৰা বৰ্ণনা কৰা হৈছে। মই আগতেই উনুকিয়াই আহিছো যে এই অঙ্কটি বিক্ৰমোৰ্ব্বশীয়ৰ চতুৰ্থ অঙ্কৰ আৰ্হিত লিখা। কিন্তু পুৰুৰবাই অকলে অন্বেষণ কৰিছে আৰু দ্বিতীয় এজনৰ সহায় নোহোৱাকৈ উৰ্ব্বশীক ঘূৰাই পাইছে। মাধৱৰ লগত তেওঁৰ সহচৰ মকৰন্দ আছে আৰু কামন্দকীৰ পুৰণা শিষ্য সৌদামিনীয়ে আনি

মালতীক ঘূৰাই দিছেহি। মোৰ যদি ভুল হোৱা নাই তেনেহলে কালিদাস তেওঁৰ কাহিনীটোৰ বাবে তেওঁতকৈ প্ৰাচীনতৰ লেখক-সকলৰ ওচৰত ঋণী। ভৱভূতিয়ে নিজৰ কাহিনীটো নিজ বুদ্ধিৰে উদ্ভাৱন কৰিছে। যিসকলে নিজ দেশৰ সাহিত্য অধ্যয়ন কৰে সেইসকল সাধাৰণতে যেনে হয় তেনেদৰেই দুয়ো জনেই বৰ্ণনাৰ ক্ষেত্ৰত প্ৰাচীনতৰ লেখকসকলৰ ওচৰত কিছু পৰিমাণে ঋণী ॥ ১২১ ॥

এইখন নিশ্চয় ভৱভূতিৰ নাটকবিলাকৰ ভিতৰত শ্ৰেষ্ঠ। কাহিনীটো সম্পূৰ্ণৰূপে মৌলিক, সৰ্ব্বসাধাৰণে ভাল পাব পৰা আৰু নাটকীয় প্ৰদৰ্শনৰ বাবে যথোচিত ভাৱে উপযোগী। ইয়াৰ ঘটনা-সমূহ বৈচিত্ৰ্যময় আৰু তাকে খুব নিপুণভাৱে প্ৰদৰ্শন কৰা হৈছে। আৰু তাৰে কিছুমান অত্যন্ত আকৰ্ষণীয়। তেওঁৰ আন দুখন নাটকতকৈ ইয়াৰ চৰিত্ৰবিলাকো অধিক বিচিত্ৰ আৰু বোধকৰো অধিক নিপুণভাৱে অঙ্কিত। ভদ্ৰ, সাহসী আৰু প্ৰেমিক মাধৱক সহজেই তেওঁৰ প্ৰিয় বন্ধু মকৰন্দৰপৰা বেলেগ বুলি চিনিব পাৰি। সৰল আৰু সজ প্ৰকৃতিৰ মালতীৰ অনুৰাগৰ তীব্ৰতাক মদয়ন্তিকাৰ অধিক জাগতিক প্ৰেমৰ সৈতে ভুল কৰিবৰ থল নাই। নাটকৰ মূল চৰিত্ৰ সদিচ্ছাপূৰ্ণ আৰু কৌশলী সাৱধানী কামন্দকীয়ে নিজৰ ষড়যন্ত্ৰত কেতিয়াও আউল নলগায় আৰু তেওঁৰ শিষ্যাৰ বিশাল উদাৰতাৰ সৈতে কপালকুণ্ডলাৰ গভীৰ কপটতাৰ বৈশিষ্ট্য ভাল দৰেই ধৰা পৰে। নাটকখনৰ কিছু অংশই অতি লৌকিকতাৰ ওপৰত বিশ্বাসৰ অপেক্ষা কৰে কিন্তু গল্পটোৰ হকে এইখিনি বিশ্বাসক সহজেই ঠাই দিব পাৰি ॥ ১২২ ॥

এই নাটকৰ প্ৰধান ৰস শৃঙ্গাৰ আৰু তাকে বৰ নিপুণভাৱে ফুটাই তোলা হৈছে। ই এহাতে হালেমে ( Hallam ) যাক কটূ-কল্পনা ( Jarring Conceit ) বুলিছে তাৰপৰা আৰু আনহাতে অশ্লীল দৃশ্যৰ প্ৰদৰ্শনৰপৰা মুক্ত। সপ্তম অঙ্কৰ আৰম্ভতে মাত্ৰ এটা ছেদ আছে যিটোৱে অশ্লীল ভাবৰ ব্যঞ্জনা কৰিব পাৰে



আৰু যদিও ইয়াত খুব সাৱধানে ভাষাৰ প্ৰয়োগ কৰা হৈছে তথাপি এই অংশ অন্য প্ৰকাৰে প্ৰকাশ কৰা হলেই ভৱভূতিয়ে ভাল কৰিলেহেঁতেন। মালতী আৰু মাধৱৰ পৰস্পৰ অনুৰাগ যদিও যিমান সম্ভৱ সিমান তীব্ৰ, তথাপি অশ্লীলতাৰ সামান্যতম সংস্পৰ্শৰপৰাও ই মুক্ত আৰু ইয়াক কিছু পৰিমাণে প্ৰেমৰ নিষ্কাম ( প্লেটনিক ) ভাবৰ লগত তুলনা কৰিব পাৰি। উইলচনে কোৱাৰ দৰেই নাটকখনে প্ৰেমৰ বিষয়ে হিন্দু ভাবধাৰাৰ প্ৰতি এটি ভুল ধাৰণা দূৰ কৰে ॥ ১২৩ ॥

উচ্চ বংশৰ তিৰোতাসকল যি বিবাহ-সজ্জাৰ বৰ্ণনা ষষ্ঠ অঙ্কত দিয়া হৈছে সেইটো আমাৰ লক্ষ্য কৰিবৰ উপযোগী বিষয়। যাৱতীয় অধোবস্ত্ৰ, অলঙ্কাৰ আৰু এধাৰ ফুলৰ মালাৰ উপৰিও এটা বগা পাটৰ চিপা মৰা ছোলা আৰু এখন মিহি ৰঙা চেলেং কাপোৰেৰে সাজটি সম্পূৰ্ণ হৈছিল। ভৱভূতিৰ দিনৰপৰা এই সজ্জাৰ বহুতো পৰিৱৰ্ত্তন হৈছে ॥ ১২৪ ॥

পঞ্চম অঙ্কত উল্লেখ কৰা সুন্দৰী ছোৱালীক বলি দিয়াৰ প্ৰথাটো তেওঁৰ দিনত প্ৰচলিত আছিল আৰু আন আন লেখকেও ইয়াৰ উল্লেখ কৰি গৈছে। দশকুমাৰ চৰিতৰ সপ্তম কাহিনীটো ঠিক ইয়াৰ নিচিনাই। তাতো এজন ৰাজকোঁৱৰে এগৰাকী ৰাজকুঁৱৰীক একে ধৰণৰ এজন সন্ন্যাসীৰ হাতৰপৰা উদ্ধাৰ কৰে আৰু পাচত তেওঁক বিয়া কৰায়। এইটো আশা কৰা যায় যে এই ভণ্ড সন্ন্যাসী-বিলাক ভাৰতৰ কোনো অংশতে আৰু নাই ॥ ১২৫ ॥

ভৱভূতিৰ ৰীতিৰ বৈশিষ্ট্যৰ বিষয়ে এই নাটককেইখনৰপৰা কিছু ধাৰণা কৰা সহজ। বৈশিষ্ট্যবিলাক হৈছে প্ৰধানকৈ দীৰ্ঘ সমাস, কঠিন পদৰ আৰু দুৰ্ব্বোধ্য শব্দৰ ব্যৱহাৰ। ৰচনাক শক্তি-শালী কৰিবৰ বাবে প্ৰথম দুটাৰ প্ৰয়োজন আছিল, কিন্তু তৃতীয়টো নিশ্চয় এটা দোষ। কিন্তু ভৱভূতিৰ সপক্ষে এই কথা ক'ব পাৰি যে তেওঁ যি দীঘল দীঘল ছন্দত পদ্য ৰচনা কৰিছিল সেইবিলাকৰ

ৰাবেই মাজে মাজে দুৰ্ব্বোধ্য শব্দও ব্যৱহাৰ কৰিবলৈ তেওঁ বাধ্য হৈছিল। বৈদিক ভাষাৰ যে প্ৰয়োগ তেওঁ মাজে মাজে কৰিছে তাক প্ৰশংসা কৰিব নোৱাৰি। ষষ্ঠী বিভক্তিৰ প্ৰতি তেওঁৰ যি পক্ষপাতিতা, যিটো বয়সৰ লগে বাঢ়ি গৈছিল যেন দেখা যায় সেইটো দেখাদেখিকৈয়ে দোষযুক্ত। তেওঁ বহুলভাৱে অতিশয়োক্তিৰ প্ৰয়োগ কৰাৰ কথা মই ইতিমধ্যেই কৈ আহিছো আৰু প্ৰকৃত কথা ক'বলৈ হলে এই কথা যোগ দিব লাগিব যে এই অতিৰঞ্জনে তেওঁৰ ৰচনাৰ কেইটামান অংশ আধুনিক পাঠকৰ ওচৰত বিসদৃশ কৰি তুলিছে ॥ ১২৬ ॥

ভৱভূতিৰ আৰু আন কোনো গ্ৰন্থ আমাৰ হাতত পৰাহি নাই। কিন্তু এই তিনি খন নাটকেই তেওঁৰ নাম অমৰ কৰি থৈ গৈছে। অতি কঠোৰ সমালোচকসকলেও এই কথা স্বীকাৰ কৰিব যে সকলো দোষ-ত্ৰুটিৰে সৈতেও তেওঁলোকৰ লেখকজন এজন উচ্চ প্ৰতিভা-সম্পন্ন ডাঙৰ কবি আছিল। তেওঁ কোমল অনুভূতি বৰ্ণনা কৰি হিয়াক কঁপাই তোলাত আৰু প্ৰকৃতিৰ ভয়ঙ্কৰ আৰু গভীৰ ফালটোক মাৰ্জ্জিত ভাষাৰে বৰ্ণনা কৰি দৃষ্টি আকৰ্ষণ কৰাত সমানে অগ্ৰণী। ৰামৰ বিলাপৰ লগে লগে বহুতো পাঠকে চকুপানী টুকিছে। বহুতো প্ৰেমিকে নিজৰ ভাববিলাকক যথাযথভাৱে প্ৰকাশ কৰাৰ কাৰণে তেওঁক ধন্যবাদ দিব লাগিব। সংসাৰৰ যাতনাত ব্যথিত বহুতো লোকে প্ৰকৃতিৰ সুন্দৰ বৰ্ণনাৰপৰা সান্ত্বনা পাব। ভাৰতৰ গৌৰৱ বহু শতিকা জুৰি আন্ধাৰত লুকাই আছিল। ভাৰতৰ সাহিত্যই অতিশয় কঠোৰ হাতৰপৰা আটাইতকৈ তীব্ৰ আক্ৰমণ পাই আহিছে; কিন্তু কালৰ কৰাল গ্ৰাস আৰু মুছলমান আক্ৰমণ-কাৰীৰ ধ্বংস অতিক্ৰম কৰি ভৱভূতিৰ নামটো অধিক উজ্জ্বল, অধিক প্ৰচাৰিত হৈ বৰ্ত্তি আছে। সংস্কৃতৰ প্ৰত্যেক ছাত্ৰৰ ওচৰতে ই পৰিচিত দেৱভাষা আৰু তাৰপৰা ওলোৱা অন্য ভাষাবিলাকৰ মৃত্যু হলেহে এই নামৰ অৱসান হ'ব পাৰে ॥ ১২৭ ॥



ইংৰাজ লেখকসকলে আমাৰ কবি জনাক সদায়েই প্ৰশংসা কৰি গৈছে। কলেব্ৰুকে তেওঁৰ বিষয়ে উচ্চ ধাৰণা পোষণ কৰিছিল[৬৬]। উইলচনে তেওঁৰ প্ৰতিভাক শলাগি গৈছে[৬৭]। এলফিনষ্টনে ভাৰতৰ কবিসকলৰ ভিতৰত তেওঁক প্ৰথম স্থান দিছে। তেওঁ কৈছে[৬৮]—"শ্ৰেষ্ঠ নাট্যকাৰ দুজন হৈছে কালিদাস আৰু ভৱভূতি। তাৰে প্ৰথমজন কোমলতা আৰু মসৃণতাত সিদ্ধহস্ত আৰু উচ্চ কাব্যিক বৰ্ণনাৰে তেওঁৰ ৰচনা পৰিপূৰ্ণ। আনজন মহান নাট্যকাৰো সমান পৰিমাণে সেই একেবিলাক গুণৰে অধিকাৰী, কিন্তু তাৰ লগতে তেওঁৰ আছে বৰ্ণনাৰ মাধুৰ্য্য, এটা পুৰুষসুলভ সুৰ আৰু

(৬৬) তেওঁ মালতী মাধৱক "প্ৰতিদ্বন্দ্বিবিহীন নাটক" বুলিছে। সংস্কৃত আৰু প্ৰাকৃত কাব্যৰ বিষয়ে তেওঁৰ ৰচনাখনি চাওক।

(৬৭) তেওঁৰ "মালতী আৰু মাধৱৰ বিষয়ে মন্তব্য" (Remarks on Malati and Madhava)ৰ সামৰণিৰ ছেদটি তলত উদ্ধৃত কৰাৰ দৰে "কালিদাসতকৈ ভৱভূতিৰ ভাবধাৰাত অধিক আবেগ আছে কিন্তু কল্পনা আছে কম। যি শুৱনি উপমাবিলাকত কালিদাস ইমান চহকী তাৰ খুব কমেইহে ভৱভূতিৰ লিখাত আছে, কিন্তু অধিক পৰিমাণে আছে সাধাৰণ বিষয় আৰু আটাইতকৈ অধিক পৰিমাণে আছে কঠিন আৰু দুৰ্ব্বোধ্য কথা। তেওঁৰ এখন নাটকতো ভৱভূতিয়ে হাস্যৰস ফুটাই তুলিবলৈ চেষ্টা কৰা নাই। পূৰ্ব্বতে উল্লেখ কৰা গ্ৰন্থদুখনিৰ বিদূষকৰ চৰিত্ৰৰ ওচৰ চাপিব পৰা এটিও বৈশিষ্ট্যপূৰ্ণ চৰিত্ৰ ভৱভূতিৰ তিনিওখন নাটকতে নাই। আনহাতে বৈচিত্ৰ্যপূৰ্ণ আৰু প্ৰাকৃতিক দৃশ্যৰ বৰ্ণনাত আৰু মানৱীয় অনুভূতিৰ প্ৰদৰ্শনত তেওঁ বহুলভাৱে লিখনি প্ৰয়োগ কৰিছে আৰু বোধকৰো কবি হিচাপে তেওঁত প্ৰতিদ্বন্দ্বী-জনতাকৈয়ো উচ্চতৰ স্থান পাবৰ তেওঁ অধিকাৰী।" যি কি নহওক, মই বিশ্বাস কৰাত এই কথা সাৰ্ব্বজনীনভাৱে সত্য যে এজন লেখকে যিমান গভীৰভাৱে অনুভৱ কৰে সিমানে বাস্তৱ ঘটনাৰ প্ৰতি দৃষ্টিপাত কৰিবলৈ তেওঁ উন্মুখ হয় আৰু হাস্যৰস বা খুহুতীয়া কথা ক'বলৈ সিমানে কম সক্ষম হয়।

(৬৮) হিষ্টৰি অৱ ইণ্ডিয়া, পঞ্চম সংস্কৰণ, পৃঃ-১৬৬।

লিখনীৰ এটা উগ্ৰ বা একেবাৰে সৈনিকসুলভ শক্তি যিটোৰ উদাহৰণ মই জনা আন কোনো ভাৰতীয় কৱিৰ ক্ষেত্ৰত দেখা নাযায়” ॥ ১২৮ ॥

মোৰ বাবে সংস্কৃত আন যি কোনো ভাষাতকৈ প্ৰিয়তৰ। সংস্কৃতত এনে মোহিনী শক্তি আছে যিটোক কোনো পদেৰে প্ৰকাশ কৰিব নোৱাৰি। আটাইতকৈ উপযুক্ত ভাষাত প্ৰত্যেকটো মানৱীয় অনুভূতিকে প্ৰকাশ কৰাৰ ইয়াৰ যি ক্ষমতা তাৰ বোধকৰো প্ৰতিদ্বন্দ্বী কোনো হ’ব নোৱাৰে আৰু নিশ্চিতভাৱেই কোনো ভাষাই তাক অতিক্ৰম কৰিব নোৱাৰে। আটাইতকৈ আবেগ ভৰা দৃশ্যবিলাকো অতি মৰ্ম্মস্পৰ্শী ভাষাত অঙ্কিত কৰা হৈছে। আটাইতকৈ মাৰ্জ্জিত বিষয়বিলাকক অতিশয় সুন্দৰ ভাষাৰে সজাই-পৰাই আগবঢ়োৱা হৈছে। অত্যন্ত ভয়ঙ্কৰ দৃশ্যবিলাকক ভীতিজনক ভাষাৰে প্ৰকাশ কৰা হৈছে। প্ৰাচীন ভাৰতৰ ভাষাক উচ্চতৰ কৰাত আৰু সাহিত্যিক সমৃদ্ধ কৰাৰ বিষয়ত অগ্ৰণীসকলৰ মাজত আমাৰ কৰি বশ্যবাক্ কাশ্যপ ভট্ট ভৱভূতি শ্ৰীকণ্ঠৰ নামটোৱে ঠাই পায়। তেওঁৰ নাটকবিলাক ইংৰাজী ভাষালৈ অনূদিত হৈছে— তুখন একাধিক লেখকে অনুবাদ কৰিছে আৰু দৃঢ় বিশ্বাসেৰে এই ভৱিষ্যদ্বাণী কৰিব পাৰি যে অহা এশ বছৰৰ ভিতৰতে সেইবিলাক সভ্য য়ুৰোপত প্ৰায় সকলো ভাষাতে অনূদিত হ’ব। আমি আশা কৰো যে সংস্কৃতৰ প্ৰসাৰৰ লগে লগে, আজি তেওঁ শিপ্ৰাৰ পাৰত আৰু বিজয় নগৰৰ ভগ্নাৱশেষৰ ওচৰত যেনে প্ৰশংসা লাভ কৰিছে পৃথিৱীৰ সুদূৰতম কোণবিলাকতো তেনে প্ৰশংসাই পাব ॥ ১২৯ ॥

# ওপৰিঞ্চি

ছেদ ১৮। দশৰূপ আৰু সৰস্বতী কণ্ঠাভৰণৰ কাল সম্পৰ্কে হৰেচ হেমেন উইলচনৰ অভিমত উল্লেখ কৰাটো মই নিষ্প্ৰয়োজন বুলি ভাবিলো। তেওঁ ধাৰণা কৰিছিল যে ৰত্নাৱলীখন দ্বাদশ শতিকাৰ গ্ৰন্থ আৰু উল্লিখিত গ্ৰন্থ দুখনিত তাৰ উদ্ধৃতি দেখি আচৰিত মানিছিল। কিন্তু ৰত্নাৱলীক দ্বাদশ শতিকাৰ গ্ৰন্থ বুলি কোৱাটো আছিল এটা কল্পনা মাত্ৰ আৰু যি যুক্তিৰ ওপৰত ভিত্তি কৰি তেওঁ সেই সিদ্ধান্তত উপনীত হৈছিল তাক অধ্যাপক মহেশচন্দ্ৰ ন্যায়ৰত্নই কাব্য প্ৰকাশৰ মুখবন্ধত কৃতকাৰ্য্যতাৰে খণ্ডন কৰিছে। পৰৱৰ্ত্তী এজন ইংৰাজ লেখকে দেখুৱাইছে যে ৰত্নাৱলীখন সপ্তম শতিকাৰ গ্ৰন্থ আছিল। যি যুক্তিৰ ভিত্তিত এই মতটি স্থাপিত সি বৰ বিশ্বাস-জনক নহয়। কিন্তু ই যে প্ৰথমে উল্লেখ কৰা গ্ৰন্থ দুখনৰ অগ্ৰৱৰ্ত্তী সেই বিষয়ে কোনো সন্দেহ হ’ব নোৱাৰে।

ছেদ ৪৪।২। ‘ভোজ’ পদটিৰ প্ৰকৃত অৰ্থটো স্পষ্টভাৱে দেখুওৱা শ্লোকটি মই বিচাৰি পাইছো বুলি মই সুখী হৈছো—

যদোস্তু যাদৱা জাতাস্তুৰসোৰ্যৱনাঃ স্মৃতাঃ।
দ্ৰুহ্যোঃ সুতাস্তু বৈ ভোজা অনোস্তু ম্লেচ্ছজাতয়ঃ ॥

মহাভাৰত—১,৮৩-৩৪ ( বয়ৰ সংস্কৰণ )
আৰু ৮৫-৩৪ ( বম্বে সংস্কৰণ )

[ যদুৰপৰা যাদৱবিলাক হ’ল, তুৰ্ব্বসুৰপৰা হ’ল যৱনবিলাক। দ্ৰুহ্যুৰ সন্তান আকৌ ভোজসকল আৰু অনুৰপৰা হ’ল ম্লেচ্ছ জাতিৰ লোকসকল। ]

ছেদ ৯।৩। পদ্ম পুৰাণৰ পাতাল খণ্ডত থকা লৱৰ যুদ্ধৰ বিৱৰণ বৰ দীঘল কাৰণে ইয়াত উদ্ধৃত কৰিব নোৱাৰি। কিন্তু তলত দিয়া উদ্ধৃতি কেইটাই মোৰ যুক্তিৰ শুদ্ধতা প্ৰমাণ কৰিব।

লৱই যেতিয়া সমিধ আহৰণ কৰিবলৈ গৈছিল তেতিয়া শত্রুঘ্ন আৰু তেওঁৰ তলতীয়া সেনাপতিবিলাকে ৰক্ষা কৰি থকা যজ্ঞ ঘোঁৰাটো আহি বাল্মীকিৰ আশ্ৰম পালেহি আৰু—

দদর্শ তত্র যজ্ঞাশ্বং স্বর্ণপত্রেণ চিহ্নিতম্।
কুঙ্কুমাগুৰুকস্তুৰী দিব্যগন্ধেন ৱাসিতম্ ॥
ৱিলোক্য জাতকুতুকো ৱাচয়ামাস পত্রকম্।
ৰামচন্দ্রো মহাভাগঃ সর্বশূৰশিৰোমণিঃ।
কৰোতি হয়মেধং ৱৈ ব্রাহ্মণেন সুশিক্ষিতঃ ॥
মোচিতস্তত্র ৱাহানাং মুখ্যো বলসুৰক্ষিতঃ।
যে ক্ষত্রিয়াঃ ক্ষত্রিয়কন্যকায়াং জাতাশ্চ যে ক্ষত্রকুলেষু সৎসু।
গৃহ্নন্তু তে তদ্বিপৰীতদেহা নয়ন্তু ৰাজ্যং ৰঘৱে নিৱেদ্য ॥
ইতি সংৱাচ্য কুপিতো লৱঃ পত্রং ধনুর্ধৰঃ।
কোঽসৌ ৰামঃ সশত্রুঘ্নঃ কোঽয়ং স্বল্পবলাশ্রিতঃ ॥
ইত্যাদিৱাক্যমুচ্চার্য্য লৱো জগ্রাহ তং হয়ম্।

[ তাতে কুঙ্কুম, অগৰু, কস্তুৰী আৰু দিব্যগন্ধেৰে আমোলমোলাই থকা স্বৰ্ণপত্ৰেৰে চিহ্নিত যজ্ঞৰ ঘোৰাটো দেখিলে॥ তাকে দেখি কৌতূহল উপজিলত কাকতখন ডাঙৰকৈ পঢ়িলে—সকলো বীৰৰ শিৰোমণি মহাভাগ ৰামচন্দ্ৰই ব্ৰাহ্মণৰদ্বাৰা ভালভাৱে নিৰ্দ্দেশ পাই অশ্বমেধ যজ্ঞ কৰিছে। সেই উপলক্ষে সৈন্যৰদ্বাৰা সুৰক্ষিত এই শ্ৰেষ্ঠ ঘোৰাটি এৰি দিয়া হৈছে। ক্ষত্ৰিয়া কন্যাৰপৰা জন্ম লোৱা যিসকল ক্ষত্ৰিয় আৰু যিসকলে সজ ক্ষত্ৰিয় কুলত জন্ম লৈছে তেওঁলোকে ইয়াক গ্ৰহণ কৰক আৰু তাৰ বিপৰীত আচৰণ-কাৰীসকলে ৰাজ্য প্ৰথমে ৰঘুপতিৰ ওচৰত নিবেদন কৰি আকৌ ঘূৰাই লওক।" পত্ৰখন এইদৰে পাঠ কৰি ধনুৰ্দ্ধৰ লৱই কুপিত হৈ—"শত্ৰুঘ্নৰ সৈতে এই ৰাম বোলাজননো কোন, অলপ সৈন্য সমন্বিত এওঁ নো কোন" ইত্যাদি কথা কৈ ঘোঁৰাটো ধৰিলে।]

সৈন্যসকল ঘোঁৰাটো মুকলি কৰিবলৈ আগবাঢ়ি আহিল, কিন্তু



লৱই তেওঁলোকৰ অস্ত্ৰবিলাক কাটি পেলালে। সেনাপতি কালজিৎ তেতিয়া আগবাঢ়ি আহিল আৰু ক'লে—

বাল মুঞ্চ হয় শ্রেষ্ঠং ৰামস্য বলশালিনঃ।
অন্যথা তৱ মে সৌখ্যাজ্জীৱিতং ন ভৱিষ্যতি ॥

[ হেৰা বালক! বলশালী ৰামৰ এই শ্ৰেষ্ঠ ঘোঁৰাটো এৰি দিয়াঁ। নহলে মই তোমাক সুখেৰে জীয়াই থাকিবলৈ নিদিম ]

কিন্তু লৱই তেওঁক উপহাস কৰিলে আৰু কালজিৎ যুদ্ধত পৰিল। আন সেনাপতিবিলাকেও আগবাঢ়ি আহি একে দশাকে লাভ কৰিলে। শত্ৰুঘ্ন তেতিয়া নিজে যুদ্ধলৈ আহিল আৰু তুমুল যুদ্ধৰ পাচত লৱক বন্দী কৰিলে। অলপ পাচতে কুশ উজ্জয়িনীৰপৰা আহিল আৰু তেওঁৰ মাকৰপৰা ভায়েকৰ অৱস্থাৰ বিষয়ে জানিলে।

নিশম্য মাতুর্বচনং কুশঃ কোপ সমন্বিতঃ।
জগাদ তাং দশন্ ৰোষাদ্দন্তৈর্দন্তান্ ৱিমিষ্পিষন্ ॥

কুশ উবাচ— মাতর্জানীহি তং মুক্তং লৱং পশ্যস্যবন্ধনাৎ।
ইদানীং হন্মি তং বাণৈঃ সমগ্রবলৱাহনম্ ॥

[ মাতৃৰ বচন শুনি কুশই খঙত ওঁঠ কামুৰি, দাঁত কৰচি কোপ কৰি তেওঁক কলে॥ কুশই কলে—মাতৃ লৱক মই মুক্ত কৰিলো বুলি জানি থোৱাঁ। এতিয়াই লৱক বন্ধনমুক্ত হোৱা দেখিবা আৰু বাণেৰে মই সমগ্ৰ সৈন্য আৰু বাহন বধ কৰিম ] তাৰ পাচত তেওঁ শত্ৰুঘ্নৰ সৈতে যুদ্ধ কৰিবলৈ গ'ল আৰু অৱশেষত যুদ্ধত শত্ৰুঘ্নৰো পতন হ'ল। তাৰ পাচত কুশই ভায়েক লৱক উদ্ধাৰ কৰিলে আৰু সেনাপতি সুগ্ৰীৱ আৰু হনুমানক বন্দী কৰিলে আৰু মাকৰ ওচৰলৈ গ'ল।

তাৱায়াতৌ সমীক্ষ্যৈৱ জহর্ষ জননী তয়োঃ।
অন্যোন্যং পৰয়া প্রীত্যা পৰিৰেভে নিজৌ সুতৌ ॥

তাভ্যাং পুচ্ছে গৃহীতৌ তৌ ৱানৰৌ ৱীক্ষ্য জানকী।
হনুমন্তঞ্চ সুগ্ৰীৱং সৰ্ৱীৰ কপীশ্বৰম্ ॥
জহাস পাশবদ্ধৌ তৌ ৱীক্ষমানা ৱৰাঙ্গনা।
উৱাচ চ ৱিমোক্ষাৰ্থং ৱদতী ৱচনং ৱৰম্ ॥
যদ্যহং মনসা ৱাচা কৰ্মনা ৰঘুনায়কম্।
ভজামি নান্যং মনসা তৰ্হি জীৱেদয়ং নৃপঃ ॥
সৈন্যঞ্চাপি মহৎ সৰ্ৱং যন্নাশিতমিদং বলাৎ।
ইতি যাৱদ্ৱচো ব্ৰূতে জানকী পতিদেৱতা।
তাৱৎ সৰ্ৱং বলং নষ্টং জীৱিতং ৰণ মূৰ্দ্ধণি ॥

( ৮১ পৰা ৯১ অধ্যায় )

[ তেওঁলোক দুইকো অহা দেখিয়েই তেওঁলোকৰ মাকে হৰ্ষ পালে আৰু নিজ পুত্ৰ দুটিক পৰম প্ৰীতিৰে সাৱটি ধৰিলে। সিহঁত দুয়ো নেজত ধৰি অনা, ৰছীৰে বান্ধি অনা কপিশ্ৰেষ্ঠ হনুমান আৰু সুগ্ৰীৱক দেখি সেই বীৰাঙ্গনাই হাঁহিলে আৰু সুন্দৰ কথাৰে সিহঁতক মুকলি কৰি দিবলৈ কলে। তাৰ পাচত "যদি মই মনেৰে, কথাৰে আৰু কামেৰে কেৱল ৰঘু নায়কক চিন্তা কৰিছো আৰু আন কাকো মনেৰেও চিন্তা কৰা নাই তেনেহলে এই তিনজন জী উঠিব আৰু যি মহান সৈন্যবল নাশ পাইছে সিও পুনৰ জী উঠিব।" এই বুলি পতিক দেৱতা জ্ঞান কৰা জানকীয়ে যেই কৈ পেলালে সেই মাত্ৰই ৰণত নাশ পোৱা সকলো সৈন্য জী উঠিল ॥ ]

অৱশ্যে এই কথা মই যোগ দিব পাৰো যে আভ্যন্তৰিক প্ৰমাণৰপৰা দেখা যায় যে এই বৰ্ণনাটো তুলনামূলকভাৱে কিছু অৰ্ব্বাচীন। যেহেতু এই ৰচনাৰ বিষয়ৰ লগত ইয়াৰ সম্পৰ্ক নাই, সেই কাৰণে বিষয়টো মই আলোচনা নকৰোঁ।

———